**'Sagar Sangbad' :** *A collection of Assamese short stories written by Rajendra Sarmah and published by Surendra Chandra Baishya, on behalf of Journal Emporium, PNC Road, Nalbari - 781 335 & Josowant Road, Panbazar, Guwahati-781 001*
*First Edition : March, 2007* *Price : Rs. 60.00 (Sixty) only*

---

প্ৰকাশক : শ্ৰীসুৰেন্দ্ৰ চন্দ্ৰ বৈশ্য
জাৰ্ণাল এম্পৰিয়াম
● পি, এন, চি, ৰোড, নলবাৰী - ৭৮১ ৩৩৫
● যশোৱন্ত ৰোড, পাণবজাৰ,
গুৱাহাটী - ৭৮১ ০০১

প্ৰথম প্ৰকাশ : মাৰ্চ, ২০০৭

প্ৰচ্ছদ : ভাস্কৰ জ্যোতি গগৈ

মুদ্ৰণ : অমৰ-জ্যোতি প্ৰিণ্টাৰ্চ
গুৱাহাটী- ৩

মূল্য : ৬০ (ষাঠি) টকা

আমাৰ দুই জীয়াৰী
মৃদুস্মিতা আৰু মহাশ্বেতাৰ নামত
এই কিতাপখন উছৰ্গা কৰা হ'ল।
(আগলৈ কেতিয়াবা দুয়ো এই
গল্পবোৰ পঢ়ি উপভোগ কৰিব
—— এই আশাৰে)
-লেখক

# আগকথা

এই লেখকৰ প্ৰথম গল্প সংকলন 'দেশ-কাল'খনে পাঠকৰ সমাদৰ লাভ কৰা দেখি এই সংকলনৰ প্ৰস্তুতিৰ বাবে উৎসাহ পোৱা গ'ল।

এই সংকলনৰ গল্পকেইটা ইতিপূৰ্বে আলোচনী-পত্ৰিকাত প্ৰকাশিত। গল্প কেইটাৰ ৰচনাৰ আঁৰত আছে বিভিন্নজনৰ লগত বিভিন্ন সময়ত বিশেষভাৱে হোৱা আলোচনা আৰু তাৰে পৰা লাভ কৰা উৎসাহ আৰু অনুপ্ৰেৰণা। স্মৃতিয়ে ঢুকি পোৱাৰ ভিতৰত থকা এই সকল হ'ল— সৰ্বশ্ৰী/শ্ৰীমতী- শীলভদ্ৰ, অনিল বৰুৱা, পংকজ ঠাকুৰ, সৌন্দৰ্যমণি গোস্বামী, সত্যপ্ৰকাশ ভূএগ, নন্দন প্ৰতীম শৰ্মাবৰদলৈ, বন্দনা বৰা, অমৰজ্যোতি বৰা, যতীন্দ্ৰ প্ৰসাদ শৰ্মা, কিশলয় ভট্টাচাৰ্য, বিভাৰাণী দেৱী, গৌতম শৰ্মা, ৰঞ্জিত শইকীয়া আৰু সুৰেন্দ্ৰ চন্দ্ৰ বৈশ্য। আটাইকেইগৰাকীলৈ আন্তৰিক কৃতজ্ঞতা যাচিলোঁ।

*-লেখক*

# সূচী

# সাগৰ সংবাদ

ডাক্তৰ নিঃসন্দেহে এক শক্তিশালী সহজাত বুদ্ধিৰ অধিকাৰী। লগতে এক স্পৰ্শকাতৰ মনৰো অধিকাৰী তেওঁ। প্ৰসূতি আৰু স্ত্ৰীৰোগ বিশেষজ্ঞ হিচাপে গৰ্ভস্থ সন্তানৰ জন্ম সম্পৰ্কীয় অনেক অভিজ্ঞতাই তেওঁৰ হৈছে।

তথাপি দেউৰ ঘৰৰ ঘটনাটোৱে তেওঁৰ মনটোত কিবা এক ধৰণৰ জোকাৰণি তুলিলে। গোটেই ছবিখন তথা ঘটনাক্ৰম মনৰ চকুৰে চাই তাৰ গুৰুত্ব পুনৰ নিৰূপণ কৰিব খুজিলে তেওঁ। কণমানি কেঁচুৱা এটা আৰু তাৰ দুয়োফালে বিষাদ আৰু আনন্দৰ দুটা ফৈদ। বিষাদৰ ফৈদত আছে শোক-সংকোচত ম্ৰিয়মান গাভৰু মাকজনী, বেদনাত বিধ্বস্তপ্ৰায় গাভৰু মাকৰ মাকজনী আৰু সন্তাপত জৰ্জৰিত নিৰীহ ব্ৰাহ্মণ এজন, যিজন গাভৰু মাকজনীৰ দেউতাক। আনন্দৰ ফৈদত দেখা যায় নিঃসন্তান ডেকা দম্পতী এহাল আৰু তেওঁলোকৰ আপোনসকল। নিজৰ স্বভাৱজাত বোধশক্তিৰে ডাক্তৰে যেন বহুদিনৰ মূৰত হঠাতে চিন্তাৰ খোৰাক থকা কাহিনী এটাৰ গোন্ধ পালে।

এসময়ৰ প্ৰায় প্ৰতিষ্ঠিত গল্পকাৰ ডাক্তৰে বহুদিন একো লিখা-মেলা কৰা নাই। বন্ধু-বান্ধৱৰ পৰা আৰম্ভ কৰি পত্নীলৈকে অনেকে আপত্তি কৰি কৰি এতিয়া ক'বলৈ বাদ দিছে। তেওঁৰ প্ৰিয় বন্ধু তথা গুণমুগ্ধ এজনে আগতে সুবিধা পালেই কৈছিল - 'তোৰ যে এসময়ত কাকত-আলোচনীত ওলোৱা গল্প কিছুমান খুব প্ৰশংসিত হৈছিল, সেয়া আৰু আজি কোনেও মনত ৰখা নাই — লিখি নাথাকিলে কোনে কাৰ পুৰণি লেখা মনত পেলাই থাকিব?' প্ৰসংগ টানি এবাৰ বঙালীতে কিবা এফাঁকি গায়ো দিছিল বন্ধুৱে, '....কত তাৰা ফুটেছে আকাশে, নিভেছে মুহূৰ্তে কত, কেই বা জানে'। - অৰ্থাৎ কিমান প্ৰতিভা ওলাব, কিমান খন্তেকতে মাৰো যাব, কালৰ বুকুত আঁচোৰ এটা পেলাবৰ হ'লেও অন্ততঃ কিছুকাল নিৰন্তৰ প্ৰতিভাৰ প্ৰকাশ ঘটাই যাবই লাগিব...। আজিকালি তেৱোঁ কোৱা বাদ দিলে। সেয়ে এতিয়া বহুত দিনৰ মূৰত হঠাতে দেউৰ ঘৰৰ ঘটনাটোক লৈ কিবা এটা লিখিবৰ মন গ'ল ডাক্তৰৰ। চিন্তৰ খোৰাক সমৃদ্ধ এটা কাহিনী। ডাক্তৰে নিজৰ অনুভৱেৰে জুখি চালে - এহাতে শাৰীৰিক আৰু মানসিক যন্ত্ৰণা, সন্তাপজনিত বিমূঢ়তা আৰু আনহাতে উৎসাহ, আশা আৰু আনন্দ - এই দুই বৈপৰীত্যৰ মাজতো নৱজাতক এটাই চাৰিওফালৰ মানুহবোৰৰ মনৰ সমস্ত আলোড়ন অৱজ্ঞা কৰি পৃথিৱীলৈ

আহি নিজৰ স্থিতি সদৰ্পে ঘোষণা কৰে। তেজৰ সম্বন্ধ থকা কাৰোবাৰ বিতৃষ্ণা আৰু ঘৃণা আৰু তেজ-মঙহৰ সম্বন্ধ নথকা কাৰোবাৰ হেঁপাহ আৰু স্নেহ, তৎসত্বেও এই সকলোবোৰৰ প্ৰতি চূড়ান্ত অনাসক্তি প্ৰদৰ্শন কৰি সি হাঁহে, কান্দে, হাত-ভৰি মাৰি খেলে আৰু লাহে লাহে ডাঙৰ হ'বলৈ আৰম্ভ কৰে। কেঁচুৱা এটাক লৈ ঘৃণা আৰু প্ৰেমৰ সংঘাত এটা নিঃসন্দেহে ভাবোদ্দীপক — ডাক্তৰ পতিয়ন গ'ল।

ৰঙা-বগা সেই কণমানি কেঁচুৱাটোক পৃথিৱীলৈ আদৰণি জনোৱা হোৱা নাছিল। তথাপিও সি আহিল। বিষাদ-আনন্দ, হতাশা-প্ৰত্যাশা, ঘৃণা-প্ৰেম এনে অনেক বিপৰীতমুখী অনুভূতিৰ টানৰ মাজতো তাৰ অস্তিত্ব সগৰ্বে ঘোষণা কৰিবলৈকে যেন সি পৃথিৱীলৈ আহিল।

ডাক্তৰে প্ৰথম দিনাই বুজিছিল যে ছোৱালীজনী আৰু মাকে ঠিকেই বুজি পাইছে প্ৰকৃততে ঘটনাটো কি। পেটত টিউমাৰ-চিউমাৰৰ সন্দেহটো মুখেৰে কোৱা কথা। অভিজ্ঞতাই ডাক্তৰক নিৰ্ভুলভাৱে আঙুলিয়াই দিছে যে ছোৱালীজনীৰ লগতে মাকজনীয়েও ঠিকেই বুজি পাইছে নভবা-নিচিন্তা এক নৱজাতকৰ আগমনৰ সম্ভাৱনাৰে গোটেই ঘৰখন কি ধৰণৰ এক বিষম পৰিস্থিতিত পতিত হৈছে।

হাস্পতালতে বেলেগ এটা কোঠাত কন্দনামুৱা মাকজনীয়ে ডাক্তৰৰ আগত প্ৰথমে কওঁ-নকওঁকৈ আৰম্ভ কৰি পাছত সমস্ত কথাৰ ভেদ খুলি দিছিল। আশ্চৰ্য আৰু আতংকৰ প্ৰথম আঘাতটোৰ পাছতে হেনো মাকজনী খন্তেক তভক মাৰি ৰৈছিল। তেতিয়াহে তেওঁ হেনো ধৰিব পাৰিছিল জীয়েকে ঋতু বন্ধ হৈ থকাৰ কথাটো কেতিয়াবাৰে পৰা লুকুৱাই ৰাখিছে।

ডাক্তৰে বুজিছিল। এইবোৰ ক্ষেত্ৰত অভিজ্ঞ তেওঁ। জীয়েকজনীৰ ভাবনাবোৰ ডাক্তৰে নিৰ্ভুল অনুমান কৰি লৈছিল। জীয়েকে আচলতে প্ৰথম অৱস্থাত জানিও নজনা হৈ পৰিছিল। কিজানি কিবাকৈ বিপদৰ কলীয়া ডাৱৰ আঁতৰি যায়েই! অনিচ্ছাকৃত এক ভুলৰ বাবে এনে চৰম শাস্তি নিদিয়াকৈ কিজানি ভগৱানে প্ৰথম বাৰলৈ তাইক ৰেহাই দিয়েই! নিৰুদ্দেশ হৈ যোৱা তাইৰ প্ৰেমিক যুবকে তাইক লৈ মটৰ চাইকেলেৰে তীব্ৰবেগেৰে বতাহ ফালি যিদৰে গুচি যায়, সেইদৰে সি এতিয়া বিপদবোৰো তীব্ৰবেগেৰে উৰুৱাই নোহোৱা কৰিবলৈ ভুটুংকৈ তাইৰ ওচৰত আকৌ ওলাইহিয়েই কিজানি! ডাক্তৰে মনৰ চকুৰে প্ৰায় নিখুঁতভাৱে দেখিলে — শেষত দিন যায় মানে তাইৰ দিন নাযায়-নুপুৱায় হ'ল। মাকক ক'ব নোৱাৰি, কিন্তু নোকোৱাকৈ দেৰি কৰিবও নোৱাৰি — কিজানি কিবা উদ্ধাৰৰ পথ মাকৰ জনা আছেই ! মৃতপ্ৰায় হৈ তাই মাকৰ ওচৰত আত্মসমৰ্পণ কৰিলে।

ভিতৰি চূৰ্ণ-বিচূৰ্ণ হৈ পৰা মাকজনীৰ চকুপানী মচি মচি কোৱা কথাৰ পৰা ডাক্তৰে ঘৰখনৰ পৰিস্থিতিটো ঠিকেই অনুধাৱন কৰি লৈছিল। আনকি জীয়েকৰ ওপৰত গালি-শপনি, মাৰ-কিল কিবা কৰিলেও তাকো গোপনে কৰিছে মাকজনীয়ে। ওচৰ-চুবুৰীয়াতো

আছেই, তাৰ উপৰিও নিজৰ স্বামীয়ে গম পালে কি হ'ব তাক লৈয়ো চিন্তিত মাকজনী- — 'এখেতকতো জানেই ডাক্তৰ, গম পালে এখেতে এই আঘাত কিদৰে সহিব?', মাকজনীৰ কথাত ডাক্তৰে কেৱল মৌন সম্মতি জনাই মূৰ জোকাৰিছিল।

মানুহগৰাকীৰ স্বামীক ডাক্তৰে ভালদৰে জানে — যোগেন দেউ, যোগেন্দ্ৰ চন্দ্ৰ শৰ্মা, এক নৈষ্ঠিক ব্ৰাহ্মণ। দেউৰ দেউতাক ৰামেশ্বৰ শৰ্মা আছিল ডাক্তৰৰ দেউতাক নৃপতি ৰঞ্জন বৰুৱাৰ বা নৃপতি উকিলৰ কুল পুৰোহিত। নৃপতি উকিল ঢুকাল, ৰামেশ্বৰ দেউও ঢুকাল। অনেক কথাই সলনি হ'ল। কেইবাঠাইতো কেইবাবছৰ চাকৰি কৰি অহাৰ পাছত ডাক্তৰে খোলা 'চিটি হস্পিতাল এণ্ড ডায়েগ্নষ্টিক চেণ্টাৰ' — সেইখনো আজি পুৰণি হ'ল। কিন্তু যোগেন্দ্ৰ নাথ শৰ্মাৰ লগত ডাক্তৰৰ স্থায়ী সম্পৰ্ক এটা বৈ গ'ল, কাৰণ নৃপতি উকিলৰ একমাত্ৰ ল'ৰা উকিল নহৈ প্ৰসূতি-স্ত্ৰীৰোগ বিশেষজ্ঞ হ'লেও ৰামেশ্বৰ দেউৰ একমাত্ৰ ল'ৰা দেউৱেই হ'ল, আৰু ৰামেশ্বৰ দেউৰ মৃত্যুৰ পাছত তেওঁ যোগেন দেউ হৈয়েই ডাক্তৰৰ ঘৰত স্থান পালে। দেউতাকৰ দিনৰে সঘন পূজা-পাতলৰ পৰম্পৰা ডাক্তৰে এৰি দিয়া নাই। সেয়ে যোগেন দেউৰ লগত সম্পৰ্কটো সহজ, একপ্ৰকাৰ ঘৰুৱা হ'বলৈ বেছি সময় নালাগিল। দেউৰ বি-এ পাছ কৰি উঠি এনেয়ে থকাতকৈ কম্পিউটাৰকে শিকি থকা জীয়েকজনী আৰু তাইৰ স্কুলত পঢ়ি থকা ভায়েকটোও ডাক্তৰৰ ঘৰলৈ একাধিকবাৰ আহি গৈছে।

মাকজনীক বুজাই-মেলি শান্ত কৰিলে যদিও সোনকালেই সকলোবোৰ পৰীক্ষা-পাতি কৰি লোৱাৰ অন্তত ডাক্তৰে অনিচ্ছা সত্ত্বেও মাকজনীৰ মূৰত কোব মৰাদি মাৰিব লগা হ'ল। গৰ্ভপাত অসম্ভৱ, গৰ্ভধাৰণ পৰিপূৰ্ণতাৰ পথত, এতিয়া একমাত্ৰ পথ প্ৰসৱ। কিন্তু একেবাৰে আগতীয়াকৈ প্ৰসৱ কৰাবৰ হ'লেও তিনি সপ্তাহ বাট চাব লাগিব। তদুপৰি গৰ্ভস্থ সন্তানৰ অৱস্থান ফটোত চাই ডাক্তৰে গম পাইছে অস্ত্ৰোপচাৰৰ প্ৰয়োজন হ'ব। দুসপ্তাহৰ পিছত তাইক আকৌ ভৰ্তি কৰিবলৈ ডাক্তৰে পৰামৰ্শ দিলে।

অস্ত্ৰোপচাৰ, গোপনীয়তা সকলোবোৰ দায়িত্ব ডাক্তৰে নিজে লোৱা সত্ত্বেও মাকজনীয়ে ডাক্তৰৰ ওচৰত হাহাকাৰ কৰি উঠিল — 'পাছত? কেঁচুৱাটো? সেই পাপৰ বোজাটো লৈ আমি ক'ত কি কৰিম?'

'হ'ব কিবা এটা, ধৈৰ্য ধৰকচোন!', ডাক্তৰে অভয় দিলে।

মাকজনীয়ে নিজৰ স্বামীক লৈ ঠিকেই চিন্তা কৰিছিল। পিছৰবাৰ আহোঁতে মাকে ডাক্তৰৰ আগত কাতৰ অথচ ক্লান্ত সুৰত ক'লে, 'কি কৰিম, ঘটনাই এনে গুৰুতৰ ৰূপ ল'লৈগে, অপাৰেচন পৰ্যন্ত পালেগৈ, ঘৰৰ মানুহটোক আৰু এতিয়া নোকোৱাকৈ পাৰিমনে?'

প্ৰথমে কথাখিনি বোধগম্য হওঁতেই হেনো গিৰীয়েকৰ সময় লাগিল। শেষত হেনো মানুহটোৱে অদ্ভুত সুৰত লাহে লাহে, এটা এটাকৈ ক'লে — তাই মৰি যোৱা

উচিত; তাইৰ মাকজনীক, তাইৰ বাপেকটোক, স্কুলত পঢ়ি থকা ভায়েকটোক, কোনোমতে দুবেলা দুসাজ যোগাৰ হৈ থকা তাইৰ ঘৰখনক তাই এতিয়াও মৰি গৈ উদ্ধাৰ কৰিব পাৰে।

'বুইছে ডাক্তৰ, বাপেকটোৰ কথাই মোৰ অন্তৰখন — নকৈছোঁ, একেবাৰে ভিতৰলৈকে শালি পেলালে। ইমান মৰমৰ, বাপেকটোৰ একেবাৰে হিয়াৰ আমঠু তাই। সেই তাইৰ কথাকে ইমান সহজে, মাতত কঁপনি নোহোৱাকৈ মানুহটোৱে এইদৰে কৈ দিব পাৰিলে!', চকুৰ পানী, নাকৰ পানী মচি মানুহজনীয়ে পুনৰ ক'লে, 'মই বোলো, মোকে মুচৰি মাৰক, তথাপি তাই শুনাকৈ এইদৰে নক'ব, এনে অৱস্থাত তাই আপোনঘাতী হ'বলৈ কেতে পৰ?'

ডাক্তৰৰ ওচৰত নিঃসংকোচে সকলোবোৰ উজাৰি দিয়েই যেন উদ্ধাৰৰ চমু বাট পাব, এনে লাগিছিল মানুহজনীৰ। ৰাতি ৰাতি কান্দি কান্দি চকু উখহি পৰা মানুহজনীয়ে হেনো হিচাপ কৰে — আৰু এটা দিন পাৰ হ'ল, হে' প্ৰভু, মানুহৰ শনাহী দৃষ্টিৰ আঁৰ কৰি নি তাইক হাস্পতালখনত ভৰ্তি কৰিব পাৰিমগৈনে? ৰাতি পাটীত পৰি থাকিয়েই আকাশ-পাতাল ভাবি মানুহজনীৰ মূৰটো হেনো পাতল পাতল লাগি যায়।

'কিন্তু ল'ৰাটোৰ আচল কথাটো কওকচোন। সি পলাই গ'ল, নে কথাটো অস্বীকাৰ কৰি বিয়া নকৰাওঁ বুলি ক'লে?'

'কি ক'ম ডাক্তৰ, তাই আমাৰ ঘৰলৈকে আনি তাক মোৰ লগত চিনাকি কৰি দিছিল, বোলে মা এয়া অমুক, কিবা ভট্টাচাৰ্য, তায়েই কৈছিল ঘৰ হেনো উজনিৰ এখন চহৰত। বাপেকৰ তলতীয়া হৈ থাকিব নোখোজে বাবেই হেনো সি আঁতৰি আহি ইয়াত নিজাকৈ ব্যৱসায় আৰম্ভ কৰিছে। মিছা নকওঁ ডাক্তৰ, ময়ো মনে মনে হিচাপ এটা কৰি চাইছিলোঁ — ধুনীয়া, মৰমলগা বামুণৰ ল'ৰা, ঘৰৰে যদি হৈ যায়। এখেতৰ পূজা-পাৰ্বণেৰে গোটোৱা পুণ্যৰে ফল কিজানি।'

'পিছত?'

'পিছত পুণ্য গৈ সেয়া পাপ হ'লগৈ। কিনো ক'ম, সি ঠগিছে বুলি হেনো তাইৰ এতিয়াও বিশ্বাস নহয়। ব্যৱসায়ত হেনো মাৰ খাইছে, আঁতৰি গৈছে। কিন্তু যোৱাৰ সময়ত হেনো কৈ গৈছে — ক'ত কি কৰোঁ এতিয়া একো নজনাওঁ, ঘৰলৈকো উভতি নাযাওঁ, কিন্তু এদিন সফল হৈ তোমাৰ ওচৰলৈ আকৌ আহিম। তাই কয়, এইবোৰ বিপদৰ কথা একো অনুমানেই কৰিব নোৱাৰিলে সি। কথাবোৰ গম পালে হেনো এতিয়াই সি তৎক্ষণাৎ আহি ওলাবহি, কিন্তু খবৰ দিয়েইবা ক'ত?'

সামান্য মিচিকিয়া হাঁহিৰে ডাক্তৰে ক'লে, 'এইবোৰ চব কোৱা কথা বাইদেউ।'

'এৰা ডাক্তৰ, এইবোৰ চব ধনীৰ দুলালৰ ছলনাৰ কথা। মোৰ বুকুখন হমহমাই উঠে। এনে লাগে — ময়ে কাহানিবাতে মৰি পুনৰ জনম লৈ ধনীৰ দুলালে চোৱাই সিটা

কৰা কোনোবা হৈ তাইক বুজাই দিব পৰা হ'লে! .....', পিছৰখিনি পুনৰ কান্দোন মিহলি হৈ ওলাল মানুহজনীৰ।

দুসপ্তাহ হোৱাৰ আগতে এদিন যোগেন দেউও চাইকেল মাৰি হাস্পতালত ডাক্তৰৰ ওচৰ ওলাইছিলগৈ। ' .... তাইৰ অসুখ হৈছে, হাস্পতালত আছে, মানুহেতো অলপ-অচৰপ গম পাবই! কিন্তু ডাক্তৰ, কেনেবাকৈ যদি হাস্পতালত চিনা-জনা মানুহে আচল কথাটো গম পাই যায়? তাৰ পাছত? তাৰ পাছততো এই বামুণ চুবনিৰ চুৰাপাত চেলেকা কুকুৰৰ লেখীয়া হ'বগৈ! পূজা-পাৰ্বণ, সকাম-নিকামত মোৰ নামটো ওলালেও ছিঃ বুলি মানুহে দূৰতে জঁপিয়াব! যৎসামান্য যি আমদানি, সেয়াও বন্ধ হৈ পৰিয়ালটোৱে হাঁহাঁ-কাকা কৰিব লাগিব! —কিবা এটা কৰি, বেজী-চেজী এটা দি তাইক মাৰি পেলাব নোৱাৰিনে ডাক্তৰ? চাৰিটা বাচিবৰ বাবে এটা মৰিব লগা হ'লে তাৰ শাস্ত্ৰসম্মত বিধানো নিশ্চয় ওলাব!', শেষৰ ফালে দেউৰ মাতটো থোকাথুকি হোৱা ডাক্তৰে ধৰিব পাৰিলে।

'ৰ'বচোন দেউ, হতাশ নহ'ব! আমি মাৰিবৰ কাৰণে নহয়, বচোৱাৰ কাৰণেহে! সকলোফালে মিলাই কিবা এটা কৰিব লাগিব ৰ'ব।'

সকলোফালে মিলা ব্যৱস্থা এটা কৰা গ'ল। ডাক্তৰৰ বন্ধু এজনে তেওঁৰ সম্পৰ্কীয় নিঃসন্তান দম্পতী এহালৰ খবৰ দিলে। প্ৰায় সত্তৰ কিলোমিটাৰ দূৰত থাকে। নিঃসন্তান হোৱাৰ বাহিৰে পৰিয়ালটোত কোনোধৰণৰ অপূৰ্ণতা নাই। মানুহজনৰ শিক্ষা-দীক্ষা বেছি নাথাকিলেও অৱস্থাপন্ন মানুহ তেওঁলোক। ব্যৱসায়ৰ লগতে খেতি-বাতিও আছে। তেওঁৰ পৰিয়াল আৰু দেউৰ পৰিয়ালক একে সময়তে সকাহ দিয়াৰ ব্যৱস্থা কৰা হ'ল।

ডাক্তৰৰ পৰিকল্পনা নিখুঁত — প্ৰসৱৰ পাছত ৰোগী আহি কেবিনত সোমাব, কেঁচুৱা বেবীৰুমত সোমাব, লগে লগে নিশ্চিত খবৰটো বন্ধুৰ যোগেদি নিঃসন্তান সেই দম্পতীলৈ পঠোৱা হ'ব। সাতদিনৰ পাছত কেঁচুৱা নিবলৈ তেওঁলোক আহিব। এফালে কেঁচুৱা গুচি যাব, আনফালে কেঁচুৱাৰ মাক আঁতৰি যাব।

নিখুঁতভাৱেই সকলো সম্পন্ন হ'ল যদিও সন্তান প্ৰয়াসী সেই দম্পতীয়ে সামান্য লেঠা লগালে। প্ৰসৱৰ পিছদিনাই আহি ওলাল। অন্ততঃ দুই-তিনি দিন কেঁচুৱাটো হাস্পতালতে ৰাখি চাব লাগিব বোলাতো তেওঁলোক উভতি নগ'ল। ডাক্তৰৰ বন্ধুৰ ঘৰতে এইকেইটা দিন থাকি একেবাৰে কেঁচুৱাটো লৈ যাব হেনো। দেউৰ ঘৰৰ গোপনীয়তা ৰক্ষাৰ বাবে চিন্তিত ডাক্তৰে আনন্দ-উল্লাহত পোহৰ হৈ থকা মুখদুখনলৈ চাই আন কথা ক'ব নোৱাৰিলে, কেৱল দিনৰ ভাগত হাস্পতালত দেখা নিদিবলৈ পৰামৰ্শ দিলে।

দেউৰ ঘৈণীয়েকে গোপনীয়ভাৱেই গম পালে — নিঃসন্তান দম্পতীহালে গধূলিৰ পাছৰে পৰা বেবীৰুমটোৰ ওচৰতে আঠা লগাদি লাগি থাকে। কেঁচুৱাটোলৈ কাপোৰ-কানি, গাখীৰৰ টেমা, পাউদাৰ আদি বিধে বিধে নাৰ্চক গতাই দিছে হেনো তেওঁলোকে।

পাঁচদিনৰ দিনা আবেলি কেবিনৰ বাহিৰতে দেউৰ ঘৈণীয়েকক পাই ডাক্তৰে লাহেকৈ ক'লে, 'পৰহিলৈ আপোনালোকক ছুটী দিম, কেঁচুৱাটোক কাইলৈকে নিবলৈ দিম বুলি ভাবিছোঁ, লৈ যোৱাৰ আগতে কেঁচুৱাটো এবাৰ চাব খোজে নেকি?'

'নাই, নাই, ছিঃ!', মুখখন কোঁচাই তলমূৰ কৰি মূৰ জোকাৰিলে মানুহগৰাকীয়ে।

সেই দম্পতীৰ ক্ষেত্ৰত কিন্তু কথাষাৰ গম পোৱাৰ লগে লগে উল্লাসৰ উকি এটা যেন দুয়ো ততাতৈয়াকৈ মুখৰ ভিতৰতে সামৰি থ'লে! গিৰিয়েকটোলৈ চাই মানুহজনীয়ে ক'লে, 'কওক আকৌ, নকয় কিয় এতিয়া?', সামান্য ইতস্ততঃ কৰা গিৰীয়েকটোলৈ চাই ডাক্তৰে সুধিলে, 'কি হ'ল?'

'নাই, মানে আমাৰ ফালে নিয়ম এটা আছে। পাঁচদিনৰ দিনা কেঁচুৱাৰ গণনি হয়। ৰাতি কেঁচুৱাৰ কোঠাত মাটিত শৰাই, তামোল -পাণ দি চিলথ-পেঞ্চিল এযোৰ থোৱা হয় আৰু কাষতে মাটিৰ চাকি এগছি জ্বলাই দিয়া হয়। মানে নাৰ্চে আপোনাৰ অনুমতি লবলৈ কৈছিল।'

'বাকীখিনি পাৰিব, মাটিৰ চাকিটো নহ'ব কেৱল! '- মৃদু হাঁহি এটাৰে অনুমতি দিয়াৰ পাছত সেইদিনা ৰাতি বহুত দিনৰ মূৰত ডাক্তৰৰ টোপনিত ব্যাঘাত হ'ল। ৰাতি অনেক সময় ধৰি নতুন কিছুমান ভাবৰ চমকনিয়ে ডাক্তৰৰ মনত বিজুলী খেলি থাকিল। কিমান নৱজাতকৰ পৃথিবীৰ লগত প্ৰথম প্ৰত্যক্ষ যোগাযোগ তেওঁৰ হাতেৰেই হ'ল তাৰ হিচাপ তেওঁ ৰখা নাই। কিন্তু কেঁচুৱা এটা পৃথিৱীলৈ অহাৰ লগত কাৰোবাৰ ভৱিষ্যত যে কি ধৰণে সাঙোৰ খাই থাকিব পাৰে সেই কথা তেওঁ ইমান তীব্ৰভাৱে কোনোদিনে অনুভৱ কৰিব পৰা নাছিল। যাৰ লগত সজ্ঞানে অজ্ঞানে কাহানিও কোনোধৰণৰ সংযোগ ঘটা নাই, চেতনাত যাৰ বিষয়ে অনুভৱ এচমকা অহাৰো কোনো সুৰুঙা নাই, সিও মোৰ আজন্মৰ বুকুৰ কুটুম হ'ব পাৰে!

লক্ষ্য নকৰোঁ বুলিও ডাক্তৰে দম্পতীহালক লক্ষ্য কৰিছে। বেবীৰুমৰ বাহিৰৰ বাৰাণ্ডাত গধূলিৰ পৰা ৰাতি দহ বজালৈকে হয় ইজন, নহয় সিজন, নহয় দুয়োজন। কোনো লজ্জা-বিৰক্তি নাই, কোনো ধৰণৰ কষ্টৰ প্ৰতি ভ্ৰুক্ষেপ নাই, আবেগ আহ্লাদত অভিভূত দুয়ো যেন বাহিৰত বহি থাকিয়েই ভিতৰত থকা ভাবী পুত্ৰৰ লগত এক চেনেহৰ যোগসূত্ৰ স্থাপন কৰাত ব্যস্ত! মানুহে মানুহক আপোন কৰি পাবৰ বাবে যে কি ধৰণৰ এক তাড়নাত নিচাগ্ৰস্ত হৈ পৰিব পাৰে! মানব শিশু এটাক আপোন কৰাৰ ক্ষেত্ৰত ওচৰৰজনৰ অন্তৰ শিলাময় পাহাৰ হৈ থাকি যোৱাৰ বিপৰীতে দূৰৈৰ এজনৰ অন্তৰ চেনেহৰ কি এক বিশাল সাগৰ হৈ পৰিব পাৰে!

কেইবাদিনো ধৰি এটাৰ পাছত এটা — লেঠেৰি নিছিগাকৈ অহা অনেক প্ৰশ্নই লাহে লাহে ডাক্তৰৰ মনত সৰু-ডাঙৰ অনেক ভাবৰ বুৰবুৰণি তুলিবলৈ আৰম্ভ কৰিলে। নৱজাতক এটা প্ৰকৃতিৰ কি অমোঘ নিৰ্দেশত আপোন আইতাকৰ বাবে 'ছিঃ ছিঃ' হৈ

যাব পাৰে আৰু অচিনাকি কাৰোবাৰ বাবে 'আই ঐ দেহি' হৈ যাব পাৰে? প্ৰকৃতিৰ কি অদ্ভুত সমীকৰণৰ ফলত সদ্যজাত শিশু এটা আপোনজনৰ বাবে নাক কোঁচোৱা পাপৰ বোজা আৰু অচিন কাৰোবাৰ বাবে ভগৱানৰ আশীৰ্বাদ হৈ যাব পাৰে? এহাতে শাৰীৰিক আৰু মানসিক যন্ত্ৰণা, সন্তাপজনিত বিমূঢ়তা আৰু আনহাতে উৎসাহ, আনন্দ আৰু আশা — এই দুই বৈপৰীত্যৰ মাজতো প্ৰকৃতিৰ কি সূত্ৰৰ জোৰত নৱজাতক এটাই আহি পৃথিৱীত সগৰ্বে নিজৰ স্থিতি ঘোষণা কৰিব পাৰে? নৱজন্মা মানৱ শিশু এটাৰ প্ৰতি তেজৰ সম্বন্ধ থকাসকলৰ বিতৃষ্ণা আৰু ঘৃণা, আৰু তেজ-মঙহৰ সম্বন্ধ নথকাসকলৰ হেঁপাহ আৰু স্নেহ — এনে অদ্ভুত সংঘাতৰ প্ৰতিফলন জীৱনত কিয় প্ৰত্যক্ষ কৰা যায়?

দেউৰ ঘৰৰ ঘটনাটোত এইখিনিলৈকে জড়িত হোৱাৰ পাছতেই এনেবোৰ প্ৰশ্নৰ অপ্ৰত্যাশিত মানসিক চাপ ডাক্তৰৰ ওপৰত পৰিল। এনেবোৰ প্ৰশ্নৰ লগত জড়িত অনুভৱে নিৰন্তৰ আমনি দি থকাৰ বাবেই ডাক্তৰে হঠাতে ইয়াকে লৈ কাহিনী এটাৰ গাঁথনি মনতে সজাই পেলোৱাৰ সিদ্ধান্ত ল'লে। লিখি পেলাব লাগিব — ডাক্তৰে ভাবিলে। ভবাৰ লগে লগে বহুদিনৰ মূৰত যেন প্ৰিয় গান এটা শুনাৰ, পুৰণা প্ৰিয় ছবি এখন চোৱাৰ দৰে এক বিমল আনন্দৰ অনুভৱে ডাক্তৰৰ মনটো মৃদুভাৱে পৰশি গ'ল।

কিন্তু কাহিনীৰ গাঁথনিৰ ক্ষেত্ৰত আগতে নভবা ধৰণৰ কিছুমান অসুবিধা তৎকালেই আৰম্ভ হ'ল। প্ৰথমে কেঁচুৱাৰ জন্মদাত্ৰীৰ চৰিত্ৰটোক লৈ ডাক্তৰ অসুবিধাত পৰিল। বেদনাত মুমূৰ্ষু ছোৱালীজনীয়ে হাস্পতালৰ কেবিনতে একান্তভাৱে তেওঁক জনালে — ল'ৰাটোৱে ঠগিছে বুলি তাইৰ এতিয়াও বিশ্বাস নহয়। — 'সি ঠগা নাই দাদা, সি এদিন আহিব!', তাই বাৰে বাৰে দোঁহাৰিলে। ছোৱালীজনীৰ কথাত এনে এক দৃঢ়তা, এনে এক প্ৰত্যয় সোমাই আছিল যে ই এইবাৰ ডাক্তৰক নতুন ধৰণে ভবাই তুলিলে। নৱজন্মা শিশু এটাৰ মাক কাৰণেই তাই নিজৰ প্ৰেমিক সেই যুৱক সম্পৰ্কত এনে প্ৰত্যয়পূৰ্ণ কথা ক'ব পাৰিছেনেকি? সকলো জন্মতে নৱজন্মা এটাই প্ৰেমময় সাগৰ এখন লগতে লৈ আহে নেকি?

কেঁচুৱা আৰু কেঁচুৱাৰ জন্মদাত্ৰী দুয়ো দুফালে হাস্পতাল এৰি আঁতৰি যোৱাৰ পাছতো অসুবিধাৰ সৃষ্টি কৰা প্ৰশ্নই ডাক্তৰৰ মনত পুনঃপুনঃ এনেধৰণে আলোড়ন তুলি থাকিল যে এসপ্তাহ পাছতে ডাক্তৰে খবৰ এটা লোৱাৰ ছলেৰে দেউৰ ঘৰলৈ গৈ ছোগ বুজি ছোৱালীজনীৰ আগত পুনৰ উলিয়ালে ল'ৰাটোৰ কথা। তাইৰ কিন্তু আঁতৰি যোৱা প্ৰেমিকৰ প্ৰতি মৰমসনা একেই শান্ত উত্তৰ— সি আহিব এদিন।

ডাক্তৰ মূক হৈ গ'ল - এয়া কেনেধৰণৰ প্ৰতিক্ৰিয়া এই হতভগীয়া, ছলনাৰ বলি হোৱা ছোৱালীজনীৰ? জীৱনে তাইক আছাৰি পেলোৱা সত্ত্বেও কি শক্তিৰ জোৰত আশা আৰু বিশ্বাসৰ আধাৰ চূৰমাৰ নোহোৱাকৈ ৰাখিব পাৰিছে তাই?

উভতি অহাৰ আগতে ছোৱালীজনীৰ মাকে হঠাতে ডাক্তৰক একাষৰীয়াকৈ মাতি নি সুধিলে, 'তাৰ খবৰ কিবা পায়নে? সি কেনে আছে?'

'কোন?'

'কেঁচুৱাটো?'

'সেইবোৰ আৰু নুলিয়াব, সি এতিয়া এঘৰত মাক-বাপেকৰ নয়নৰ মণি!'

'হয়নে? হওক তেওঁ! ', মাকজনীয়ে একপ্ৰকাৰ স্বস্তিৰ নিশ্বাস পেলালে। ছোৱালীজনী আৰু মাকক লগ পাই অহাৰ পাছত সেইদিনা ৰাতি ডাক্তৰৰ মনৰ অস্থিৰতা আগতকৈও বাঢ়িল। কেঁচুৱাটোৰ প্ৰতি তাৰ আপোন মাক আৰু আইতাকৰ প্ৰতিক্ৰিয়াই অসুবিধাজনক প্ৰশ্নৰ আলোড়ন পুনৰ বৃদ্ধি কৰিলে।

মনৰ ভিতৰৰ অস্বস্তিখিনিৰ বাবেই সেইনিশা টোপনিত যথেষ্ট ব্যাঘাত হ'ল ডাক্তৰৰ। পিছদিনা পুৰা হাস্পতালতো ডাক্তৰ কিছু অৱসাদগ্ৰস্ত আৰু বিৰক্ত হৈ আছিল। হঠাৎ গোপী জমাদাৰ চকুত পৰাত আগদিনা নাইট ডিউটিলৈ নহাৰ বাবে সেয়ে প্ৰয়োজনীয় ধমকি লগালে তেওঁ। গোপীয়ে মাটিতে মূৰটো লগাই দিম যেন কৰি মাফ খুজিলে —'ছাৰ, কালি অলপ ফুৰ্তি লাগিল, খোৱাটো বেছি হৈ গ'ল!'

'হুঃ! কিহৰ ফুৰ্তি তোৰ?'

'মানে ছাৰ, কালি মোৰ দুইটা মাইকী আকৌ একেলগ হ'ল! নতুন মাইকীটোৰ বাচ্ছাটো হোৱা গম পাই বুঢ়ীটোৱে আকৌ তাইক লৈ আহিলে ছাৰ। '

এবছৰ আগতে গোপী জমাদাৰৰ কীৰ্তিত জমাদাৰ কলনিত হুলস্থূল লাগিছিল। ষাঠিৰ দেওনা গৰকা গোপীয়ে পুতেক, নাতিনীয়েকৰ সমুখতে পঁচিশ বছৰীয়া নতুন কইনা এজনী আনি ঘৰ সুমুৱাইছিল। গোটেই জমাদাৰ কলনিত হেনো হুলস্থূল, হাঁহিৰ কলৰোল। তাৰপাছতেই গোপী, গোপীৰ ঘৈণীয়েক আৰু বৰপুতেকৰ মাজত দুৰ্বাদল কাজিয়া, গালাগালি-মৰামৰি। বৰপুতেকে হেনো অবাইচ মাতেৰে বাপেকক খেদি গ'ল, বুঢ়ীয়ে হেনো কইনাক চুলিত ধৰি টানি নি একেবাৰে ৰাস্তা পোৱালেগৈ, তাকে দেখি গোপীয়ে হেনো ৰাস্তাতে বুঢ়ীক থিয়গোৰ শোধালে। অভাৱনীয় হুলস্থূলৰ অদ্ভুত কলনিৰ আনবোৰে মধ্যস্থতা কৰি মীমাংসা কৰিছিল— ন-কইনাক গোপীয়ে বেলেগে ঘৰ লৈ ৰাখিব, দুয়োখন ঘৰতেই তাৰ আহ-যাহ থাকিব। এমাহ নে দুমাহ আগতে গোপী কেঁচুৱা এটাৰ বাপেক হোৱা বুলি ডাক্তৰে শুনিছিল। এতিয়া সেই কেঁচুৱাটোৰ মৰমতে বুঢ়ীয়ে সতিনীয়েকক আঁকোৱালি লোৱা বুলি শুনি ডাক্তৰ এইবাৰ মৌন হ'বলৈ বাধ্য হ'ল। পুনৰ তেওঁ ভাবিবলৈ বাধ্য হ'ল — সকলো জন্মতে নৱজন্মা এটাই প্ৰেমময় সাগৰ এখন লগতে লৈ আহে নেকি?

কেঁচুৱা লৈ যোৱা গৃহস্থই কেঁচুৱাৰ এমহীয়া সকামৰ বাবে পাকত পাকে ফোন কৰি নিমন্ত্ৰণ জনোৱা সত্ত্বেও ডাক্তৰে বিশেষ গুৰুত্ব নিদিয়া দেখি তেওঁলোকে ডাক্তৰৰ

পত্নীৰ আগত ফোনতে কুটুৰিবলৈ ধৰিলে, 'আচলতে আমি সকলোৱে কোবাকুই কৰিছোঁ, তেখেত আমাৰ মানত কেঁচুৱাটোৰ ধৰ্মপিতাক, সেইদিনা আপোনালোকে এবাৰ যদি দেখা দিলেহেঁতেন ....!'

পত্নীয়ে ডাক্তৰক মান্তি কৰালে — 'ব'লা, জাষ্ট ফৰ এ চেঞ্জ! দিনটোৰ কাৰণেহে!'

মানুহঘৰৰ সমুখত গাড়ী ৰখাই ডাক্তৰ-পত্নী দুয়ো অবাক। কেঁচুৱাৰ এমহীয়া সকামতো নহয়, এখন বিয়াঘৰ! চাৰিওফালে হাঁহি, আনন্দ, ব্যস্ততা, হুলস্থুল। কেঁচুৱাটোক লৈ গোটেই ঘৰখনত সৃষ্টি হোৱা আনন্দ-উলাহৰ বাতাবৰণটো দেখি এক বুজাব নোৱাৰা প্ৰসন্নতাই ডাক্তৰৰ মনটো চৌৱাই গ'ল। এমাহতে কেঁচুৱাটো নোদোকাটো হৈছে। কাৰো কোলাত দুই মিনিটৰ বেছি থাকিব পৰা নাই - 'চাওঁ মোক দেচোন অকমান, চাওঁ মোক দেচোন এবাৰ!' ডাক্তৰে এবাৰ লক্ষ্য কৰিলে দুজনীমান বয়সস্থা তিৰোতাই কেঁচুৱাটোক ইকোলাৰ পৰা সিকোলালৈ পাৰ কৰাই উলাহেৰে মন্তব্য দিছে - 'এইটো এনে মৰমলগা ক'ৰ কৃষ্ণগোসাঁইটো আহি যশোদাৰ ঘৰত ওলালহি ঐ!'

ডাক্তৰ আৰু পত্নীক ঘৰৰ ভিতৰত বেলেগে জলপান খাবলৈ দিয়া হ'ল। খাবৰ পৰত সমুখতে কোলাত কেঁচুৱাটো লৈ থকা গৃহিণী আৰু কাষতে থকা গৃহস্থক ডাক্তৰৰ পত্নীয়ে সুধিলে, 'ইয়াৰ নাম কি ৰাখিছে?'

'গোপাল', গৃহিণীৰ উত্তৰটোৰ লগত্ত ফপ্‌কৈ গৃহস্থই যোগ দিলে, 'আচলতে তাৰ নিজৰ আইতাকেই দিয়া এই নাম!'

'কোনে বুলি ক'লে?', চকিত ডাক্তৰৰ প্ৰশ্নত গৃহিণীয়ে নিৰুপায় হোৱাৰ সুৰতে ক'লে, 'আপোনালোকক ক'বলৈ মানাই কৰিছিল মানুহজনীয়ে। মানে, আমি অহাৰ আগদিনা ৰাতি বেবীৰুমৰ বাৰাণ্ডাত ইয়াৰ আইতাক মোৰ ওচৰ ওলাইছিলহি। পিছদিনা পুৱাই ইয়াক লৈ আহিম বুলি গম পাই মনে মনে এবাৰ চাবলৈ আহিছিল তেওঁ। দুৱাৰমুখতে নাৰ্চৰ কোলাতে ইয়াক চাই উঠি তেওঁ মোক ক'লে, 'একেবাৰে গোপালটো! ইয়াৰ নামটো গোপালেই ৰাখিব!', মই কি ক'ম কি নক'ম ভাবোতেই হঠাতে কন্দনামুৱা মানুহজনীয়ে এনে এবাৰ কৈ দিলে যে মোৰ মাত হৰি গ'ল। ক'লে বোলে - কিজানি মৰাৰ আগতে কেতিয়াবা গোপাল নামৰ কোনোবা ডেকা ল'ৰাক দেখি ইয়াক চিনি পাওঁৱেই!

স্তব্ধ ডাক্তৰ কেৱল তলমূৰ কৰি মৌন হৈ ৰ'ল। উভতি আহোতেও ওৰে বাটটো ডাক্তৰ মৌন হৈয়ে আছিল। চেতন-অবচেতন মন আচ্ছন্ন কৰি নিৰন্তৰ জাগি থকা প্ৰশ্নৰ আলোড়ন লাহে লাহে বাঢ়ি গ'ল তেওঁৰ। নৱজন্মা শিশু এটাই লগত প্ৰেম আৰু মমতাৰ সাগৰ এখন লৈ আহে নেকি? তাৰ জন্মৰ লগত জড়িত সকলোকে ক'ব নোৱাৰাকৈয়ে সেই সাগৰৰ ঢৌৱে কোবাই যায় নেকি? মানুহ আৰু মানুহৰূপী পশুৰ মাজৰ সীমাৰেখাডাল এইখন সাগৰেই নিৰ্দ্ধাৰণ কৰে নেকি? এই সাগৰৰ ঢৌৰ কোবতে

নাক কোঁচোবা পাপৰ বোজাৰ ৰূপ সলনি হৈ গোঁসাইৰূপী গোপাল হৈ পৰে নেকি? ৰাতি ঘৰতো এই একেবোৰ প্ৰশ্নই নিস্তৰংগ পানীক তৰংগায়িত কৰাৰ দৰে ডাক্তৰৰ মনটোত অনেক তৰংগ-চক্ৰৰ সৃষ্টি কৰি থাকিল।

তৰংগৰ গতিবেগ বঢ়াবলৈকে যেন পিছদিনা দেউৰ ঘৈণীয়েকে জীয়েকক লৈ হাস্পতালত তেওঁক দেখা কৰিবলৈ আহিল। এমাহ পাছত পৰীক্ষাৰ বাবে প্ৰসূতিক মতা হৈছিল। জীয়েক পৰীক্ষাৰ বাবে ভিতৰৰ কোঠা এটালৈ যোৱাৰ সময়তে মাকে খন্তেকৰ বাবে ডাক্তৰক অকলে পাই দুখ প্ৰকাশ কৰিলে, 'কালি তাৰ এমাহ হৈ গ'ল। নাম-প্ৰসংগকে ধৰি কিমানেই কি যে নহ'লহেঁতেন কালিৰ দিনটোত!'

'তাৰ কথা বাৰে বাৰে কিয় উলিয়ায় বাইদেউ? এসময়ত দেখোন ছিঃ ছিঃ বুলি নাক কোঁচাইছিল?'

'তেতিয়া কেনে বিষম পৰিস্থিতি আছিল জানেই দেখোন ডাক্তৰ।'

ডাক্তৰ বৈ গ'ল। বিষম পৰিস্থিতি কথাটোত যেন তেওঁ আকৌ এবাৰ মৌন হৈ পৰিবলৈ বাধ্য হ'ল। তেওঁ যেন লাহে লাহে ধৰিব পাৰিলে বিষম পৰিস্থিতিৰ শক্তি প্ৰতিহত হোৱাৰ পাছত এতিয়া সাগৰ এখনৰ উত্তাল ঢৌৱে মানুহগৰাকীৰ বুকুত কিদৰে খুন্দিয়াই আছে।

পৰীক্ষা কৰি উঠি সকলো ঠিক আছে বুলি কোৱাৰ লগে লগে ছোৱালীজনীয়ে ক'লে, 'কিন্তু একোতেই যে মোৰ ভাল নালাগে, ক'তো শান্তি নাপাওঁ? —মনটোক শান্ত কৰাৰ দৰৱ এটা পোৱা হ'লে!'

'ওঁ বুইছো, ঢৌৱে কোবাই থাকে!', ক'ব নোৱাৰাকৈয়ে ডাক্তৰৰ মুখেৰে ওলাল।

'কি ক'লে?'

'....নাই, দুৰ্বলতাৰ বাবে হৈছে, মই টনিক এটা দিম, লৈ যাবা।'

সেইদিনা ৰাতি ডাক্তৰে মনৰ খেলিমেলি প্ৰশ্নবোৰ লাহে লাহে কিন্তু নিশ্চিতভাবে চিজিল লাগি অহা যেন পালে। এক নতুন বিশ্বাসৰ আধাৰ বিচাৰি পালে তেওঁ। প্ৰেম, নৱজন্মা শিশু এটাই কেবল প্ৰেম বোৱাই দিয়ে চাৰিওফালে। জন্মৰ লগতেই সি কঢ়িয়াই আনে কেৱল এক প্ৰেমময় সাগৰৰ সংবাদ। এক দৃঢ় উপলব্ধিয়ে ডাক্তৰৰ মনটোত টুকুৰিয়াই দি ক'লে যে কেঁচুৱা এটা জন্ম পোৱাৰ লগে লগেই ঘৃণা আৰু প্ৰেমৰ সংঘাতৰ সম্ভাৱনীয়তা নোহোৱা হৈ যায়। সকলো জন্মতে কেঁচুৱা এটাৰ লগত অহা প্ৰেমময় সাগৰখনে ঘৃণাৰ সহস্ৰ নদীক বুকুত সামৰি বিলীন কৰি দিব পাৰে। ডাক্তৰে বুজি পালে — এই সাগৰৰ শক্তিৰ প্ৰভাৱতে ছিঃ বুলি আঁতৰি থকা আইতাকে নাতিয়েকৰ বাবে লুকুৱাই নীৰৱে চকুপানী টোকে, সমাজচ্যুতা হোৱাৰ পৰা উদ্ধাৰ পায়ো অবৈধ মাতৃয়ে সকলো হেৰুওৱাৰ অনুভৱেৰে অশান্তিত ভোগে, গোপী জমাদাৰৰ বুঢ়ী ঘৈণীয়েকেও ইয়াৰ প্ৰভাৱতে সতিনীয়েকক আঁকোৱালি ধৰে।

ডাক্তৰ নিশ্চিত হ'ল যে কেঁচুৱা এটাৰ জন্মক লৈ যদি কিবা সংঘাত আহিবই লাগে, তেন্তে সেই সংঘাত হ'ব প্ৰেম আৰু পৰিস্থিতিৰ, সেইদিনা কেঁচুৱাৰ আইতাকজনীয়ে কোৱা ধৰণৰ বিষম পৰিস্থিতিৰ। কেঁচুৱা এটাৰ লগত জড়িত সকলোবোৰ যন্ত্ৰণাৰ উৎপত্তি কেৱল প্ৰেম আৰু পৰিস্থিতিৰ সংঘাতৰ পৰা। মানুহ বুলিব পৰা সকলোৰে প্ৰেমৰ লগত জীৱনজোৰা সম্পৰ্ক। সেয়ে মানুহ বুলিব পৰা সকলোৰে উপৰ্যুপৰি মোকাবিলা কেৱল পৰিস্থিতিৰ লগত।

ভাব-চিন্তাৰ গতিপথত এটা মোৰ দি লৈ এক নতুন আত্মবিশ্বাসেৰে পিছদিনা পূৰ্বপৰিকল্পিত কাহিনীৰ গাঁথনিটো সলনি কৰাৰ সিদ্ধান্ত ল'লে ডাক্তৰে। অসাধ্য যেন লগা কিবা এটা অশেষ চিন্তাৰ মূৰত সমাধা হ'লে যিধৰণৰ গানৰ গুণগুণনি এটা মানুহৰ মুখলৈ ক'ব নোৱাৰাকৈয়ে আহে, ঠিক সেইধৰণৰ গুণগুণনি এটা ডাক্তৰৰ মুখত সেইদিনা ওৰে দিনটো বৈ বৈ ধ্বনিত হোৱা শুনা গ'ল। ❑❑

**['আজিৰ অসম' কাকতৰ শাৰদীয় সংকলন, অক্টোবৰ-২০০৪ ত প্ৰকাশিত।]**

# সমীকৰণ

বহুত দিনৰ মূৰত গিৰীয়েকৰ অধুনালুপ্ত অঁকৰা খংটোৱে উক দিয়া দেখি প্ৰজ্ঞাধৰ বৰুৱাৰ ঘৈণীয়েক চিন্তিত হ'ল। এই খংটোৱে অঘটন ঘটায়। আগতে কেইবাবাৰো ঘটাইছে।

বৰুৱাৰ ঘৈণীয়েকে আজি কিছুদিনৰ পৰা সৰু পুতেকটোক বুজাবৰ চেষ্টা কৰি আছে— 'বিয়া কৰাব খুজিছ কৰা, বিয়া কৰাবৰ লায়েকৰ এতিয়াও হোৱা নাই বুলি দেউতাৰে ভাবিছে, সেইটো বাৰু মই দেউতাৰক বুজাব পাৰিম, কিন্তু সেই অজাতিৰ ছোৱালীজনীৰ বাহিৰে বেলেগ নাইনে?'

'নাই।' — পুতেকে একে আষাৰে শেষ কৰি থয়। মাকজনীয়ে হুমুনিয়াহ এটা কাঢ়ি গিৰীয়েকৰ ওচৰ পায়গৈ। বৰুৱাই গলা ওপৰলৈ তুলি কয়, 'অজাতি-ফজাতি পিছৰ কথা, প্ৰথম কথা হ'ল ছোৱালী এজনী চপাই লৈ খুৱাব পৰা হোৱা নাই সি।' বিমূঢ় মাকজনীয়ে সামান্য আস্বস্ত হোৱা যেন পায়— বাপেকটো থাকোতে নোৱাৰে সি আনিব সেইজনীক! ফুটাই নক'লেও অসবৰ্ণ হোৱাৰ কাৰণটোও বাপেকটোৰ আপত্তিৰ কাৰণবোৰৰ মাজত সোমাই আছে বুলি মাকজনীৰ বিশ্বাস জন্মে। সেয়েহে পুতেকৰ তৰ্জন-গৰ্জনৰ আগত আভুৱা-ভাৰিবলৈকে পুতেকক উপায়ান্তৰ নোহাৱা মানুহজনীয়ে ক'বলগীয়া হয়, 'মোৰ কি আছে, দেউতাৰৰ মতটোহে আচল কথা!'

মতটো বিচৰাৰ নামত গিৰীয়েকৰ লগত সৰু পুতেকৰ কেইবাদিনো কথা কটা-কটি হোৱা দেখি সহজ-সৰল মানুহজনী জঁই পৰি গৈছে। বুকুখন অনবৰতে গধুৰ গধুৰ লাগি থকা হৈছে। গিৰীয়েকেতো নিজৰ দুয়োটা পুতেকৰ ওপৰত আশা প্ৰায় হেৰুৱায়েই পেলাইছে। প্ৰায়েই মানুহজনৰ মনলৈ আহে— নিজৰ প্ৰতিপালনত ডাঙৰ হোৱা ল'ৰা দুটা আৰু বেছি ভাল হোৱাৰ থল নিঃসন্দেহে আছিল। ডাঙৰটোৱে স্নাতক ডিগ্ৰী এটা লৈ মোটামুটিভাৱে ব্যৱসায় এটা কৰি স্বাৱলম্বী হৈছে। সেইফালৰ পৰা ঠিকেই আছে। কিন্তু বিয়া কৰোৱাৰ ছমাহ নৌহওতেই সি ঘৰৰ পৰা বেলেগ হৈ আঁতৰি যাব নালাগিছিল। আঢ়ৈ বছৰীয়া বু-মন তেওঁলোকৰ আদৰৰ নাতি, সিহঁতহাল লগতে থকা হ'লে তাৰ লগত উমলি-জামলিয়েই সময় কাটি গ'লহেঁতেন— এনেকুৱা এটা ভাবে ঘৈণীয়েকক আমনি কৰে বুলি জানে বাবেই বৰুৱাই ঘৈণীয়েকক বুজাই দিছে— পুতেৰাই ক'ৰবাত দূৰত চাকৰি কৰি আছে বুলি ভাবি ল'বা। আপদে-বিপদে, বিহুৱে-সংক্ৰান্তিয়ে যে দেখা এটা দি আছে, সেয়াই বহুত বুলি ভাবা। আন সময়ত গিৰীয়েকৰ অনেক কথা নুবুজা

ঘৈণীয়েকেও সেইখিনি সময়ত কথাবোৰ বুজে, আৰু সেয়ে অষ্টপ্ৰহৰ ভুগি থকা বাত বিষৰ যন্ত্ৰণা তেওঁৰ সেই সময়ত বাঢ়ি যোৱা যেন লাগে হ'বলা, চাদৰখনৰ আগটো নাকে-মুখে মোহাৰি মানুহজনীৰ সোঁতসোঁতনিটো বাঢ়ি যায়।

সৰুটোৰ ক্ষেত্ৰত অৱশ্যে মাকজনীয়ে আশা একেবাৰে এৰি দিয়া নাছিল। মানুহজনীয়ে মাজে মাজে গিৰীয়েকক বুজাবৰ চেষ্টাও কৰিছিল, '... বুজাই-বঢ়াই অহাবাৰ তাক বি-এ টো আকৌ দিয়াব পৰা যাব নহয়। এতিয়া লগৰ কাৰোবাৰ লগত ব্যৱসায়ত নমাটোতনো ইমান আপত্তি কৰিবলগা কিটো আছে?'

'হে'ৰা, ব্যৱসায় আৰু লুটপাত একে নহয়! টেণ্ডাৰ ওলালে সি ব্যৱসায়ী, দুমাহ পাছত দুষ্ট বিষয়াৰ লগ লাগি ভাগ বটোৱাৰা হৈ যোৱাৰ পাছত সি বেকাৰ। এইবোৰ কি? ব্যৱসায়ত স্থিৰতা, সততা এইবোৰ নালাগে নেকি? ব্যৱসায় কৰিলে সময়মতে ঘৰ সোমাবও নালাগে নেকি?'

সৰু পুতেকটোৰ ওপৰত বাপেকৰ অভিযোগ আৰু উত্তৰত মাকৰ চাফাই দিয়া — এইবোৰ এতিয়া লাহে লাহে কমি গ'ল। এইবোৰৰ দ্বাৰা লাভৰ ঘৰলৈ একো নাহে বুলি মাক-বাপেকৰ মনলৈ এক ধৰণৰ বোধ আহিল এতিয়া। এতিয়া পুতেকটোৰ সমৰ্থনত কিবা এষাৰ ক'লেও মানুহজনীৰ নিজৰ কাণতে কথাষাৰ পতিয়ন যাব পৰা নহয় যেন লাগে। এনেবোৰ সময়ত ওচৰত যিখন খিৰিকীয়েই থাকে, সেইখনেৰেই দূৰলৈ চাই মানুহজনী মৌন হৈ পৰে। দুখ আৰু ক্ষোভ মিহলি হৈ ভিতৰখন ওফন্দি পৰা মানুহজনীৰ পুনৰ একেটা ভাবেই মনলৈ আহে — কিয় বাৰু এনে হ'ল? সৰুটোৱেও কেৱল দুখৰ চানেকি হৈ থিয় দিলে কিয়?

সৰু পুতেকটোৰ লগত মাতবোল প্ৰায় বন্ধ হোৱাৰ দৰে হৈ পৰাৰ পাছত প্ৰজ্ঞাধৰ বৰুৱাই অকলে অকলে পিছফালৰ বাৰাণ্ডাৰ চকীখনত বহি বহি কেৱল ভাবি থকা হ'ল। পুতেক দুটাৰ ওপৰত তেওঁৰ তিক্ততাই চৰম সীমা পাইছেগৈ। অকল নিৰ্বোধ সৰু পুতেকটোৱেইতো নহয়, ডাঙৰটোৱেও আহি বিভিন্ন কথাত তেওঁক ভৰ্ৎসনা কৰেহি, কথা শুনায়, আঘাত দিয়ে। এইবোৰ আন একো নহয়, প্ৰকৃতিৰে এক ধৰণৰ বিচাৰ —বৰুৱাৰ ভাব হয়।

প্ৰায় প্ৰতিদিন দিনটোৰ বেছিভাগ সময় তেওঁ বাৰাণ্ডাৰ চকীখনত বহি বহি স্মৃতিৰ ভঁৰাল খুলি এৰি অহা নানা মানুহ, নানা ঘটনা পুনৰ জুপি জুপি চাবলৈ ল'লে। তেওঁৰ মনলৈ আহিল— ভাল মানুহৰ ল'ৰা ভাল হ'ব, বেয়া মানুহৰ ল'ৰা বেয়া হ'ব— প্ৰকৃতিৰ হিচাপ ইমান সৰল নহয়। বৰং অনেক ক্ষেত্ৰত ওলোটাটোহে সহজে চকুত পৰে। নিজৰ লগৰ এসময়ৰ অনেক উদণ্ড, এক প্ৰকাৰ জহান্নামে যোৱা ল'ৰাৰ সতি-সন্ততিৰ বৰ্তমান উন্নতি আৰু এসময়ৰ অনেক শান্ত-শিষ্ট, অধ্যয়নশীল ল'ৰাৰ পুতেকহঁতৰ বৰ্তমানৰ কু-কীৰ্ত্তিৰ কাহিনী দেখি-শুনি মনৰ ভিতৰত নানানটা সমীকৰণ উলিয়াই পেলায় তেওঁ। বাৰাণ্ডাৰ বেতৰ চকীখনত আজৰি পৰত বহি তেওঁ আগৰে পৰাই আৰাম পায়। তিনিবছৰ

আগতে স্কুলৰ চাকৰিৰ পৰা অৱসৰ লোৱাৰ পাছত এতিয়া তেওঁৰ সৰ্বক্ষণ আজৰি। সেয়ে আজিকালি বেছিভাগ সময় তেওঁ ভিতৰ-বাৰাণ্ডাৰ সেই চকীখনত বহি বহিয়েই নিজৰ ভাব-চিন্তাৰ প্ৰবল সোঁতত নিজকে এৰি দিয়ে — কাৰণ আছে, কিবা এটা কাৰণ আছে, নহ'লে এনেধৰণৰ কথা হ'ব নোৱাৰে, কোনো কাৰণ নোহোৱাকৈ তেওঁৰ দৰে সৰল আৰু সৌন্দৰ্যপ্ৰয়াসী মানুহজনৰ পুতেকহঁত এনে আহম্মক আৰু নিকৃষ্ট চৰিত্ৰৰ হ'ব নোৱাৰে ...

যিমানে ভাবি গৈছে সিমানে যেন ৰিণিকি ৰিণিকি পোহৰৰ ৰেঙণি তেওঁ দেখা পাইছে। এটা সময়ত তেওঁৰ মনত এই অস্বাভাৱিকতাৰ ৰহস্য লাহে লাহে, অতি সন্তৰ্পণে উদঘাটন হোৱা যেন লাগিল। তেওঁ বুজি উঠিল কিবা এক ভাৰসাম্য ৰক্ষাৰ স্বাৰ্থতে প্ৰকৃতিয়ে তেওঁৰ পুতেকদুটাক বেয়া কৰিছে। প্ৰকৃতিৰ সকলো কাৰ্যৰে আঁৰত একোটা আৱিষ্কৃত বা অনাৱিষ্কৃত সূত্ৰ আছে। বৰুৱাই বুজি উঠিল যে সেই সকলো সূত্ৰৰে গুৰিত হ'ল ভাৰসাম্য। তেওঁ সকলো কথা ভাৰসাম্যৰ সূত্ৰেৰে বিবেচনা কৰিবলৈ ল'লে। থিয়ৰি অফ বেলেঞ্চ। তেওঁৰ মনটোৱে ক'লে— সকলোতে ভাৰসাম্য আছে, থাকে। ভাৰসাম্য অবিহনে একো বৰ্তিব নোৱাৰে। মূৰ্ত-বিমূৰ্ত সকলোতে প্ৰকৃতিয়ে সদায় ভাৰসাম্য বজাই ৰাখে। সকলোতে। এফালে যদি সুখ — আনফালে দুখ, এফালে যদি কষ্ট — আনফালে আৰাম, এফালে উদ্বেগ — আনফালে উদ্বেগহীনতা। দিন-ৰাতি, ৰ'দ-বৰষুণ, তাপ-শীত, লেন-দেন, হা-না, যিহকে চোৱা — যিফালেই চোৱা, সকলোতে একে।

প্ৰজ্ঞাধৰ বৰুৱাৰ প্ৰজ্ঞাই লাহে লাহে তেওঁৰ মনটোত সুখ-দুখ কোনো এটাকে বেছি পৰ ধৰি ৰাখিবলৈ নিদিয়া হ'ল। তেওঁ যেন ক'ব নোৱাৰাকৈয়ে গীতাৰ শ্লোকত থকা সেই স্থিতপ্ৰজ্ঞৰ প্ৰজ্ঞাধৰ হৈ পৰিল— দুঃখেষু অনুদিগ্নমনাঃ সুখেষু বিগতস্পৃহঃ...। আজিকালি দুখৰ মাজতো, দুখৰ পৰিধিত থকা সুখৰ জিলিঙনি দেখি তেওঁ যিদৰে প্ৰশান্তি অনুভৱ কৰে, সুখৰ মাজতো সেইদৰে ভাৰসাম্য ৰাখিবলৈ আহি থকা দুখৰ প্ৰচ্ছায়া চিনিব পাৰি তেওঁৰ মনটো গধুৰ হৈ পৰে। সৌভাগ্য আৰু দুৰ্ভাগ্য ইটোৰ লগত সিটো ওচৰা-উচৰিকৈ থকাটো তেওঁ প্ৰাকৃতিক তথা স্বাভাৱিক কথা বুলি ধৰিয়েই লৈছে। সুদীৰ্ঘকালৰ সুখময়তাৰ লগত ক্ষীণ সুৰৰ বিপদ ঘণ্টা এটা বাজি থাকেই বুলি হোৱা তেওঁৰ অনুভৱ লাহে লাহে গাঢ় হৈ আহিছে।

তেওঁৰ দেউতাক কনকেশ্বৰ বৰুৱা, বৈষয়িক ভোগ বিলাসেই যাৰ বাবে একমাত্ৰ আদৰ্শ জীৱন আছিল, তেওঁৰো একালত নিজে বিচৰামতে সুখময়তা অব্যাহত আছিল। সেয়ে ভাৰসাম্য ৰক্ষাৰ স্বাৰ্থত প্ৰকৃতিয়ে একমাত্ৰ পুতেক আৰু একমাত্ৰ জীয়েকক তেওঁৰ পৰা আঁতৰাই পঠালে। জীৱিত কালতে যন্ত্ৰণাদগ্ধ হৈ মানুহটোৱে গম পাই গ'ল যে তেওঁৰ প্ৰাণাধিক আদৰৰ সা-সম্পত্তি ভোগ কৰিবলৈ তেওঁৰ উত্তৰাধিকাৰী নাহে, সেইবোৰ সকলো অবাঞ্চিত অপাত্ৰত উৎসৰ্গিত হ'ব। মৃত্যুৰ আগে আগে তেওঁৰ বাবে এটোপা

চকুপানী পেলোৱা মানুহৰ অভাৱ হোৱাও তেওঁ দেখি গ'ল।

মাজে মাজে বৰুৱাৰ মনোভাৱ নিজৰ ল'ৰা দুটাৰ প্ৰতি কিছু নমনীয় হ'ব খোজে। মাকৰ পৰাই হওক বা আন কাৰোবাৰ পৰাই হওক সিহঁতে শুনিছে যে দেউতাকে পৈত্ৰিক সম্পত্তি ভৰিৰে ঠেলি পঠালে, যাৰ ফলত সম্পত্তিশালী হোৱাৰ সহজ ৰাস্তা সিহঁতৰ বাবে বন্ধ হৈ গ'ল। সেই সম্পত্তিৰ জোৰত সিহঁতৰ সম্বন্ধীয় অনেকৰ জীৱন ৰংচঙীয়া হৈছে, আনকি সিহঁতৰ জেঠায়েকৰ পুতেক বিদেশত উচ্চ শিক্ষাৰ বাবে যোৱাটোতো সেই সম্পত্তিয়ে সহায় কৰিছে। কেৱল সিহঁত বঞ্চিত। হয়তো সিহঁতৰ অলপ ক্ষোভিত হোৱাৰ, অলপ বিৰক্ত হোৱাৰ কাৰণ নোহোৱা নহয়। কিন্তু সেই বুলিয়েই দুই পুত্ৰই তেওঁক জবাবদিহি কৰিব পাৰিব নেকি? পুতেকহঁতক তেওঁ প্ৰয়োজনীয় সুবিধা দিয়া নাই নেকি? পঢ়াইছে-শুনাইছে, খোৱা-পিন্ধাৰ কষ্ট নোপোৱাকৈ ডাঙৰ কৰিছে— ব্যৱসায় কৰ বুলি টকা এগাল কোলাত পেলাই দিব নোৱাৰিলেই বাপেকৰ দোষ হ'ব নেকি? অথচ ডাঙৰটো, সৰুটো দুয়োটাই একপক্ষীয় বিচাৰ কৰিয়েই মনে মনে বাপেকক দোষী সাব্যস্ত কৰি পেলাইছে। এয়া আন একো নহয়, প্ৰকৃতিৰে এক ধৰণৰ বিচাৰ। তেওঁৰ পুতেক দুটা বেয়া হোৱাটোত প্ৰকৃতিৰ বিচাৰ সোমাই আছে।

কি বিচাৰ, কেনেকুৱা বিচাৰ, তাৰ বিশেষ ধাৰণা নোপোৱাকৈয়ে প্ৰজ্ঞাধৰ বৰুৱাই নিজৰ অতীতক খুটিয়াই খুটিয়াই চোৱাত লাগিল। হাইস্কুলৰ শিক্ষক হিচাপে পাৰ কৰা চাকৰি জীৱনটোত তেওঁক সহজ-সৰল, নিস্বাৰ্থ শিক্ষক হিচাপে শ্ৰদ্ধা মিহলি আদৰৰ চকুৰেই চাইছিল সকলোৱে। ব্যক্তিগত জীৱনত সৰুকালিৰে পৰা তেওঁক উদাসীন বুলিয়েই ধৰি লৈছিল সকলোৱে।

স্কুলৰ তলৰ শ্ৰেণীতে মাক ঢুকুৱাৰ পাছত পাঁচ বছৰৰ ডাঙৰ বায়েকৰ মৰমৰ আবেষ্টনীত ডাঙৰ হৈছিল তেওঁ। তেওঁৰ নামটোও হেনো বায়েকেই দিছিল— বাপ। বাপেকটোৰ লগত কিন্তু তেওঁৰ আৰু বায়েকৰ ৰাহিযোৱা নাছিল কোনোদিন। মাক জীয়াই থাকোতেই বাপেকটোৰ চৰিত্ৰ সম্পৰ্কে মানুহে কোৱা-কুই কৰা ল'ৰা-ছোৱালীহালৰ কাণত পৰিছিল। সেই লৈ মাজে মাজে বাপেক-মাকৰ খকা-খুন্দা, কেতিয়াবা মাকক বাপেকে মৰিওৱা— এইবোৰ সৰুতেই গম পাইছিল তেওঁলোকে। মাকৰ অকাল মৃত্যুৰ বাবে বাপেকৰ অৱহেলাও অন্যতম কাৰণ বুলি অনেকে কয় যদিও ভালকৈ নাজানে কাৰণে সেই বিষয়ে ল'ৰা-ছোৱালীহালে নাভাবিলে কোনোদিন। কিন্তু নিঃসম্বল বাপেকটোৱে সম্পত্তিশালী হ'বলৈ ধূৰ্ত্তালি, দালালী, ঠগবাজী আদি যিবোৰ পন্থাৰ আশ্ৰয় ল'লে, তাক ল'ৰা-ছোৱালীহালে ভাল চকুৰে চাব নোৱাৰিলে। বাপেকে দম্ভালি মাৰি ল'ৰা-ছোৱালীহালক বুজাবৰ চেষ্টা কৰিছিল— '... ককাৰৰ বস্তুকান্ত বৰুৱাৰ দৰে ভোকত পেট শুকুৱাই পৰোপকাৰ কৰি থকা মানুহ মই নহয়। লোকৰ কথা নুশুনিবি। কুকুৰৰ পুতেকহঁতে মুখৰ আগত বদনাম গাওকচোন! চালা— দুই নম্বৰী কৰিছোঁ যদি আইন-কানুন, পুলিচ-হাকিম

এইবোৰ নাই নেকি? কোনেও চালা আজিলৈকে মোৰ শিপা এচিকুট লৰাব পৰা নাই কিয়? ...', কিন্তু ল'ৰা-ছোৱালীহালে ঠিকেই বুজিছিল— শিপা লৰাব পৰাসকলৰ শিপাৰ গুৰিত বাপেকে ঠিকমতে সাৰ-পানী দি আছে বাবেই তেওঁৰ শিপা নলৰাকৈ আছে। সেয়ে সিহঁতে বাপেকৰ কাৰ্যকলাপৰ বিৰুদ্ধে এটা সময়ত প্ৰকাশ্যেই বিষোদগাৰ কৰিলে।

তাৰ পৰিণামো ভোগ কৰিছে সিহঁতে। কলেজৰ প্ৰথম বাৰ্ষিকত পঢ়ি থাকোতেই সাধাৰণ ঘৰৰ সাধাৰণ ল'ৰা এটা চাই ঘপহকৈ বিয়াখন পাতি ছোৱালীজনীক উলিয়াই দিলে বাপেকে। নিঠৰুৱা প্ৰজ্ঞাধৰকো গুৱাহাটী চহৰৰ হোষ্টেলত থাকি পঢ়িবলৈ পঠাই দিলে। হোষ্টেলত প্ৰজ্ঞাধৰৰ স্কুলীয়া জীৱন শেষ হৈ কলেজীয়া জীৱন আৰম্ভ হ'ল। বি,এ, পঢ়ি থাকোতে হোষ্টেলৰ পৰাই পুতেকে শুনিলে বাপেকৰ নাৰীঘটিত অনেক কীৰ্তি-কাহিনী। প্ৰজ্ঞাধৰৰ উদাস মনটোলৈ ঘৰ বুলিলেই এক ধৰণৰ আতংকৰ ভাব অহা হ'ল। মাহ, বছৰ জুৰি পুতেক ঘৰলৈ নহা দেখি বাপেকে ধমকি মাৰি লিখিলে, 'তই ঘৰৰ লগত সম্পৰ্ক ছেদ কৰিলি নেকি?' উপায় নাপাই বি,এ, ফাইনেল দি এবাৰ গৈছিল। পুৱাৰ পৰা গধূলিলৈকে ওঁঠ চেলেকি থকা মানুহ কিছুমানে আগুৰি থকা বাপেকটো আৰু বাপেকৰ ঘৰখনত পুতেকটোৰ দুদিনতে উশাহ বন্ধ হোৱাৰ উপক্ৰম হৈছিল।

'হেৰি ঔ বাপ— এয়া মানে— তোৰ সম্পৰ্কত পেহীয়েৰেই হ'ব, অমুকত আছিল, কেও-কিছু নোহোৱা বিধবা মানুহ, ঘৰৰ অৱস্থাও বেয়া, সেয়ে মই ইয়াতে থাকিবলৈ কৈছোঁ, ... তহঁতে চিনি নাপাবি, মাৰ থকা হ'লে চিনি পালেহেঁতেন...', চল্লিছৰ দেওনা পাৰ নোহোৱা মানুহজনীক বাপেকে গহীনাই চিনাকি কাৰি দিয়াৰ সময়ত মানুহজনীৰ চকুৰে চঞ্চলতাপূৰ্ণ হাঁহিৰ জিলিক এটা পাৰ হৈ গৈছিল।

'... ধেইৎ চালা, থুঃ! এইবোৰ কৰিও আকৌ মাৰ নাম লয় মানুহটোৱে! চালা বোপাই নামৰ লম্পট...'— এক ধৰণৰ অদ্ভুত ক্ৰোধ আৰু বিতৃষ্ণাই কাবু কৰি পেলাইছিল প্ৰজ্ঞাধৰক। এম-এৰ নামভৰ্তিৰ খবৰ-খাতি লওঁ বুলি ততাতৈয়াকৈ গুৱাহাটীলৈ উভতিল তেওঁ। সেই যে আহিল, ঘৰৰ ফালে আৰু মুখ নকৰিলে। টিউচন কৰি, লগৰ ল'ৰাৰ সহায় লৈ অতি কষ্টেৰে চাকৰি এটাৰ সন্ধানত গোটেইখন চলাথ কৰিলে। এটা সময়ত অতিষ্ঠ বাপেকে লিখিলে, 'তই যদি এইবাৰো নাহ, জনাই দে, তোক সম্পত্তিৰ ফুটাকড়ি এটাও নিদিবৰ বাবে মই ত্যাজ্য পুত্ৰ বুলি ঘোষণা কৰিম!' অদ্ভুত খংটো মনে মনে বুকুত লৈয়ে প্ৰজ্ঞাধৰে বন্ধু এজনৰ সৈতে একেলগে স্কুলৰ মাষ্টৰ চাকৰিটোৰ কাৰণে দৰ্খাস্ত পেলাই কেৱল চাকৰিটো পোৱালৈ বাট চাই থাকিল, আৰু চাকৰিটো পায়েই বাপেকক চিঠিৰে জনাই দিলে যে বাপেকৰ সকলো সম্পত্তিক বিষ্ঠা হেন জ্ঞান কৰে তেওঁ। খঙৰ ভমকতে অতি কম দিনৰ ভিতৰতে আৰু এটা ডাঙৰ সিদ্ধান্ত ল'লে প্ৰজ্ঞাধৰে। লগৰ মাষ্টৰ দুজনমানৰ সহায়ত ভাড়াঘৰ এটাত সোমাই লোৱাৰ পাছতেই একেখন স্কুলৰে প্ৰাক্তন হেডমাষ্টৰৰ ছোৱালীজনীৰ লগত বিয়া ঠিক কৰি পেলালে তেওঁ। শিক্ষা-দীক্ষাৰ

নামত কেৱল মেট্ৰিক পাছ, দেখা-শুনাতো সাধাৰণ এজনী ছোৱালী, তথাপিও প্ৰজ্ঞাধৰে বিয়াৰ বাবে খৰখেদা লগাইছিল। বাপেকটোক টু শব্দ এটাও নজনোৱাকৈ পুতেকে গুৱাহাটীত চাকৰিত সোমাল, ঘৰো পাতিলে— এই কথাষাৰ সোনকালে বাপেকটোৰ কাণত বাজিব লাগে— সেয়াই যেন তেওঁৰ বাবে বিয়াৰ অৰ্থ। অভিভাৱক হিচাপে, ঘৰৰ মানুহ হিচাপে কেৱল বায়েকজনী আছিল প্ৰজ্ঞাধৰৰ বিয়াত।

বায়েকলৈ মনত পৰিলে প্ৰজ্ঞাধৰ বৰুৱাৰ মনলৈ দুখৰ লগতে সামান্য গৌৰৱৰ ভাব এটাও আহে। নিজৰ সাধাৰণ সংসাৰখনক মৰম স্নেহৰে তেওঁ অসাধাৰণ কৰি গঢ়ি থৈ গৈছে। ভায়েকৰ বিয়াৰ দহ বছৰ নৌহওঁতেই বায়েকজনী ঢুকাইছে, কিন্তু ইতিমধ্যেই তেওঁ নিজৰ ল'ৰাটো আৰু ছোৱালীজনীৰ উন্নতিৰ এটা ধাৰণা লাভ কৰি গৈছে। আজি বায়েকৰ ল'ৰা-ছোৱালী দুয়োটাই সমাজত সফল আৰু সুপ্ৰতিষ্ঠিত।

নিজৰ ল'ৰা-ছোৱালী দুটাৰ ক্ষেত্ৰটো সফলতা বা সুপ্ৰতিষ্ঠা সহজলভ্য বুলি এটা ধাৰণা বৰুৱাৰ অৱচেতনত সোমাই আছিল নেকি, তেওঁ নিজৰ সংসাৰখন লৈ সদায় নিৰ্লিপ্ত, নিৰুদ্বেগ আৰু সুখী আছিল। দিন বাগৰাৰ লগে লগে তেওঁৰ অদ্ভুত অঁকৰা খংটো উঠাৰ অৱকাশ কমি আহিছিল। নিজৰ চাকৰিটোক লৈ, নিজৰ সীমাবদ্ধ নিৰ্জঞ্জাল জীৱনটো যাপন কৰি যোৱাটোতে তেওঁ প্ৰফুল্লিত হৈ আছিল। সীমিত উপাৰ্জন সত্ত্বেও নিৰুদ্বেগ শান্ত ঘৈণীয়েকজনী, স্কুলৰ মৰমলগা ছাত্ৰবোৰ আৰু জটিলতাবিহীন দিনবোৰ — বাচ, সেয়ে তেওঁৰ আকাংক্ষিত সুখী জীৱন। তেওঁক আৰু একো নালাগে। আনকি দেউতাক কনকেশ্বৰ বৰুৱাৰ মৃত্যু সমাগত বুলি জানিও তেওঁ নগ'ল। কোনো ধৰণৰ বিবেকৰ দংশনো অনুভৱ নকৰিলে। মৃত্যুৰ পাছত সম্পত্তিৰ এক অংশ তেওঁক যাচি দিবলৈ খুৰাকহঁত আহোতে তেওঁ শান্ত, সহজভাৱে যেতিয়া কৈ দিলে যে তেওঁক পৈত্ৰিক সম্পত্তিৰ ভাগ নালাগে, বৰং দিয়ে যদি তেওঁৰ ভাগটো মৃত বায়েকৰ সন্তানকেইটাৰ নামতে দি দিয়ক, তেতিয়াও তেওঁৰ মনটো কিবা এক পৰোপকাৰ, কিবা এক বদান্যতাৰ পৰা উদ্ভুত প্ৰফুল্লতাই চোৱাই গ'ল। নিজৰ সংসাৰৰ কথা চিন্তা কৰাটো যেন তেওঁৰ কৰ্তব্যৰ ভিতৰত নপৰেই এনে ভাবত তেওঁ সদা নিৰ্লিপ্ত, সদা সন্তুষ্ট হৈয়ে দিন অতিবাহিত কৰি গ'ল।

বহু বছৰৰ পিছত পৈত্ৰিক সম্পত্তিৰ কথাটো লৈ সংসাৰৰ জ্বালাত জৰ্জৰিত ঘৈণীয়েকজনীয়ে এবাৰ প্ৰকাশ্যে দুখ কৰিছিল। গিৰীয়েকৰ অঁকৰা খংটো সেইবাৰো উঠিছিল। এদিন-এৰাতি মানুহটো ঘৰৰ পৰা আঁতৰি আছিল। আন এবাৰ একেই প্ৰসংগত অঁকৰা খংটোৰ কোবতে চাইকেলখন লৈ ওলাই গৈ মানুহটো দুৰ্ঘটনাত পৰিছিল, হাত-ভৰি থেতেলা খোৱাৰ লগতে থুতৰিৰ কাষত তিনিটা চিলাই পৰিছিল। দাগ এতিয়াও আছে। তেতিয়াৰ পৰাই ঘৈণীয়েক সাৱধান হৈছিল। পুৰণা ঘৰ, সম্পত্তি, শহুৰেক এইবোৰ প্ৰসংগ ওলালেই সেই অদ্ভুত অঁকৰা খংটোৱে মানুহটোক কাবু কৰি পেলায় বুলি মানুহজনীয়ে

বুজি পাইছিল।

কিন্তু তথাপিও, সাৱধানতাৰ মাজতো বহুত দিনৰ মূৰত এইবাৰ আকৌ মানুহটোৰ সেই অদ্ভুত আঁকৰা খংটোৱে উক দিয়া বুলি মানুহজনীয়ে ধৰিব পাৰিলে আৰু সেয়ে মানুহজনী শংকিত হৈ পৰিল। মানুহজনীয়ে তৰ্কিব নোৱাৰাকৈয়ে খংটোৰ লগত জড়িত পৰিস্থিতিটো এইবাৰ হঠাতে আহি পৰিল।

ৰাতিপুৱাতে সৰু পুতেকটোৱে মাকক কৈছিল, 'আজি দাদা আৰু বৌ আহিব — বিয়াৰ কথাটোৰ কিবা এটা হেস্ত-নেস্ত কৰিবৰ কাৰণে, দেউতাক ক'বি।'

'এইকেইদিন সদায় ঘৰখনত খুট-খাট বাক-বিতণ্ডা চলিয়ে আছে। আজি বন্ধৰ দিনটোত বু-মনক লৈ সিহঁতহাল আহিব, একেলগে আটাইকেইটাই ভাতসাঁজ খা। আজি সেইবোৰ নুলিয়ালে নহয়নে তোৰ?'

'তোৰ লগত বহি ভাত খাবলৈ নহয়, বিয়াৰ কথাটো ফয়ছলা কৰিবৰ কাৰণে মাতি আহিছোঁ মই।'

পুৱাবেলাতে ডাঙৰ পুতেক, বোৱাৰীয়েক আৰু নাতিয়েকক দেখি বৰুৱা-বৰুৱানীৰ মনত ক'ব নোৱাৰাকৈয়ে কিছু আনন্দৰ সঞ্চাৰ হ'ল।

'বু-মন, তই দেখোন আমাৰ খবৰ নকৰাই হ'লি, নহাই হ'লি দেখোন?' —আইতাকে নাতিয়েকক কোলাত লৈ তাৰ মুখলৈ চাই ক'লে। 'আহিছোঁ দেখোন!' বুলি বু-মনে আইতাকৰ ডিঙিত সাবটি ধৰি মিচিকিয়ালে। বৰুৱাৰ মুখতো মিচিকি হাঁহি এটা ক'ব নোৱাৰাকৈয়ে খেলি গ'ল।

'বু-মন, আহ — দোকানলৈ যাওঁ, কি চিপ্‌চ লাগিব আজি?', সৰু পুতেক ওলাই আহি বাৰাণ্ডাত থিয় হ'ল। চিপ্‌চৰ কথা শুনিয়েই বু-মন আইতাকৰ কোলাৰ পৰা নামি খুৰাকৰ ওচৰ পালেহি। ডাঙৰ পুতেকে ভায়েকক ক'লে, 'তই ৰ অলপ।', বাপেকৰফালে চাই ডাঙৰ পুতেকে পুনৰ ক'লে, 'ইয়াৰ বিয়াৰ কথাটো ফাইনেল কৰি পেলাব লাগে।'

'কৰ, মোক কিয় সুধিছ?'

'নহয়, আপুনি মতটো নিদিলে আগনাবাঢ়ে নহয়। আজিকালি জাত-পাতত ধৰি থকাৰ দিন নাই।' বক্তৃতাৰ সুৰত ওলাই অহা ডাঙৰ পুতেকৰ কথাবোৰে বৰুৱাক মৃদুভাৱে বিন্ধিবলৈ আৰম্ভ কৰিলে। '... সি কৰাব খুজিছে, কৰাবলৈ নিদিয়ে কিয়? খুৱাব পাৰে, নোৱাৰে — তাৰ ওপৰতে এৰি নিদিয়ে কিয়? ... সিতো কৈছেই —আপোনালোকৰ আপত্তি নাথাকিলে সি এতিয়াই বেলেগ এটা ঘৰ লৈ বিয়া পাতিবলৈও ৰাজী।'

'অ', হয় নেকি? কথা ইমানখিনি পালেগৈ নেকি?', বৰুৱাই তাচ্ছিল্যৰ সুৰত সুধিলে।

কিবা এক বিপদৰ বাবে শংকিত হৈ বৰুৱানীয়ে কেৱল ক'লে, 'তহঁতে যাৰ লগতে

বিয়া পাত, সবাহ্ পাত পাতিবি, এতিয়া মনে মনে থাক।', সৰু পুতেকে মুখতে ধৰিলে — 'মনে মনে থাকিলেইতো চব চিজিল হৈ নাযায়। মনে মনে থাকিয়েইতো আমাৰ ঘৰৰ যত লোকচান হ'ল। তই মনে মনে থাকিলি বাবেই এসময়ত আমাৰ মুখৰ ভাত কাঢ়ি আনে খালে। আমি সম্পত্তিৰ ভাগ নাপালোঁ, কিন্তু সম্বন্ধীয়া মানুহৰ ল'ৰা, জেঠাইৰ ল'ৰা সকলোৱে সেই সম্পত্তিৰ জোৰত বৰমানুহ হ'ল...'

প্ৰজ্ঞাধৰ বৰুবাৰ অনুভৱ হ'ল তেওঁৰ মুখমণ্ডলৰ ভিতৰে ভিতৰে তেজ এসোপা উজাই আহিছে। 'কি ক'লি?' — বৰুবাৰ মাতটো হঠাৎ ডাঙৰ হৈ গ'ল।

'আঁতো। সি ঠিকেই কৈছে' — এইবাৰ ডাঙৰটোৱে ধৰিলে, 'ককাৰ সম্পত্তিৰ ভাগ আমিও পোৱা হ'লে আমাৰো ব্যৱসায় আজি ৰমৰমীয়া কৰিব পাৰিলোহেঁতেন। আপুনি জানে নহয় বেংকৰ ল'ন ল'বলৈকো সম্পত্তিৰ বন্ধকী লাগে।'

'চুপ থাক, লাজ নালাগে তহঁতৰ?' —মাকে ধমকি মাৰিলে। ডাঙৰ পুতেকৰ চকু ঘৈণীয়েকৰ চকুৰে চকুৰে পৰাৰ পাছত সি ৰাস্তাৰ ফালে ওলাই গ'ল। সৰুটোৱে কিন্তু বাবাগুৰ চকী এখনত বহি লৈ পুনৰ আৰম্ভ কৰিলে, 'মই নহয়, তইহে চুপ থাকিব লাগে।'

পৰিস্থিতিটো হঠাৎ বেয়াৰ ফালে গুচি গ'ল। বৰুবা খণ্ডত একো নাই হৈ চকীখনৰ পৰা ঘপহকৈ থিয় হ'ল— 'হাৰামজাদা।'

বাপেকৰ চকুৰে চকুৰে চাই সৰু পুতেকে ক'লে — 'কি কৰিব? মাৰিব নেকি? মাৰে যদি মাৰক, আজিয়েই চব শেষ হৈ যাওক, একেবাৰে কটা-চিঙা হৈ যাওক, এতিয়াই ওলাই যাওঁ মই ঘৰৰ পৰা।'

'যা, যা— গ'লে তোৰ দুখত নেখাই মৰিম বুলি ভাবি আছ যদি ওলাই গৈ চা।' —কথাষাৰ ক'বলৈ বুলি মুখখন মেলিয়েই ঘৈণীয়েকৰ মুখলৈ চাই বৰুবা তভক মাৰি ৰৈ গ'ল। ভয়-শংকা, বেদনা, উত্তেজনা সকলোবোৰৰ হেঁচাত মানুহজনীৰ মুখখন বিৱৰ্ণ হৈ পৰিছে। বাবাগুৰ খুটাত ধৰি মানুহজনীয়ে প্ৰমাদ গণি আছে। মানুহজনী অসুস্থ হৈ পৰাৰ ভয়ত বৰুবা সেইভাজেই স্থিৰ হৈ ৰৈ গ'ল। আৰু ঠিক তেনেকুৱাতে বু-মনে সকলোকে আচৰিত কৰি দি ঘটনাটো ঘটাই দিলে।

'হুঃ!' বুলি শব্দ এটা কৰি বৰুবাৰ সৰু পুতেকে চকীৰ পৰা উঠি বু-মনক কোলাত ল'ব খোজোতেই বু-মনে তাৰ সৰু হাতখনেৰে খুৰাকৰ গালত ঠাচকৈ এক পূৰ্ণহস্তীয়া চৰ শোধাই দিলে, 'ককা-আইতাক কিয় গালি পাৰিছ তই?'

অপ্ৰস্তুত খুৰাকে বিবুধিত পৰি সামান্য হাঁহাৰ নিচিনা কৰি ক'লে— 'ঠিক আছে, মাৰিছতো? তেতিয়াহ'লে আৰু টিপ্‌চ নাই।'

'নালাগে টিপ্‌চ, নাখাওঁ।' —খুৰাকৰ ওচৰৰ পৰা উচাৎ মাৰি আঁতৰি আহিল বু-মন।

হতভম্ব বৰুবাই কিবা এক অদৃশ্য শক্তিৰ হেঁচাত লাহে লাহে পুনৰ চকীখনত বহি পৰিল। প্ৰায় গোটেই দিনটো তেওঁ চকীখনত জঠৰ লাগি বহিয়েই থাকিল। তেওঁৰ মনটোত নানানটা কথাই প্ৰথমে লাহে লাহে টুকুৰিয়াই শেষত ধমধমকৈ কোবাবলৈ ধৰিলে।

ডাঙৰ পুতেক, বোৱাৰীয়েক, নাতিয়েক এটা সময়ত গ'লগৈ, ঘৰখন নিজম পৰিল। দুপৰীয়াৰ পৰা আবেলি, আবেলিৰ পৰা গধূলি হ'ল। বৰুৱা প্ৰায় গোটেই দিনটো চকীখনত বহিয়েই থাকিল।

এটা সময়ত লাহে লাহে তেওঁৰ মনটো শান্ত হ'ল। ধুমুহা বৰষুণৰ অন্তত সকলো শান্ত হৈ পৰাৰ দৰে তেওঁৰ মনটোলৈও একধৰণৰ প্ৰশান্তি নামি আহিল। তেওঁ যেন লাহে লাহে হিতাহিত জ্ঞান পুনৰ ঘূৰাই পালে। নিজৰ আচৰণত তেওঁ নিজেই একপ্ৰকাৰ আচৰিত হ'ল। নিজ জ্ঞানেৰে আৰ্জিত তেওঁৰ শান্ত-সমাহিত, স্থিতপ্ৰজ্ঞ ৰূপটোৰ পৰা বিচ্যুত হৈ তেওঁ কেনেকৈ ক্ৰোধ আৰু উত্তেজনাত ক'ব নোৱাৰা হৈ পৰিছিল তাকে ভাবি তেওঁ প্ৰায় বিচুৰ্তি খালে। তেওঁৰ নাম প্ৰজ্ঞাধৰ— নামৰ মান ৰাখি তেওঁৰ প্ৰজ্ঞাই তেওঁক জীৱন আৰু প্ৰকৃতিৰ সংযোগৰ আধাৰ সেই অলিখিত ভাৰসাম্যৰ সূত্ৰ বুজাত জীৱনৰ এই পৰিণত কালত চমৎকাৰ ৰূপত সহায় কৰিছে। আজি হঠাৎ পুনৰ সেই অস্বাভাৱিক খংটোৱে খন্তেকৰ বাবে হ'লেও তেওঁৰ ধ্যান-ধাৰণা কিদৰে ওলট-পালট কৰি দিছিল তাকে বাৰে বাৰে ভাবিলে তেওঁ।

প্ৰশান্ত চিত্তে ভাবি গ'ল বৰুৱাই— দেউতাক কনকেশ্বৰ বৰুৱাৰ লগত জড়িত কথাৰ বাবে তেওঁৰ অদ্ভুত খংটোৱে ইমান বছৰৰ মূৰত হঠাৎ তেওঁক বিতত কৰি তুলিছিল। তেওঁৰ নাতিয়েক বু-মনৰ সামান্য বাৎসল্যসুলভ এক কাৰ্যই পুনৰ তেওঁলৈ সম্বিত ঘূৰাই আনিলে। তেওঁক পুনৰ কথাবোৰ ভাৰসাম্যৰ সূত্ৰেৰে বিবেচনা কৰিবৰ বাবে যেন নাতিয়েক বু-মনে তেওঁক আচম্বিতে অঘোষিত নিৰ্দেশ দিলে।

ভাবি ভাবি বৰুৱাই এটা কথা বুজি পালে— প্ৰকৃতিয়ে ভাৰসাম্য ৰাখিবলৈ সকলোৰে জীৱনত বেলেগ বেলেগ উপায় অবলম্বন কৰে। কিন্তু প্ৰকৃতিৰ কিবা এটা পদ্ধতিগত আচৰণ এনেকুৱা যে কিছুমান পৰিয়ালত ভাৰসাম্য ৰক্ষাৰ ধৰণ আৰু প্ৰক্ৰিয়া প্ৰায় একেধৰণৰ হয়। মনৰ চকুৰে চাই তেওঁ পঢ়ি গ'ল তেওঁৰ বংশাৱলী। ককাদেউতাক ৰত্নকান্ত বৰুৱা— ঋষিতুল্য, পৰোপকাৰী ব্যক্তি আছিল। কেৱল এটাই বিচাৰিছিল জীৱনত— আনে ভাল বোলক, নিজে আনৰ স্বীকৃতি লাভ কৰক। সেইখিনি সম্পূৰ্ণৰূপে পোৱা বাবে প্ৰচণ্ড আৰ্থিক সংকটত যন্ত্ৰণাক্লিষ্ট হৈয়ো মানুহটো গোটেই জীৱন সুখী আছিল। পুতেকৰ পৰা তেওঁ কিছু দুখ পাব লাগিব— ভাৰসাম্যৰ কথা। সেয়ে পুতেক কনকেশ্বৰ বৰুৱা হ'ল মদমত্ত হাতীৰ দৰে। ভোগ-বিলাসৰ বাহিৰে একোকে চিনি নোপোৱা স্বাৰ্থপৰ কনকেশ্বৰ ধনী আৰু প্ৰতিপত্তিশালী আছিল। কিন্তু শেষ বয়সত ভাৰসাম্য ৰক্ষাৰ বাবে প্ৰকৃতিয়ে তেওঁৰ ওচৰত আপোন বুলিবলৈ কাকো উপস্থিত কৰাই নাৰাখিলে। শেষ সময়ত মাতবোল বন্ধ হৈ যোৱা, শয্যাগত, অথৰ্ব মানুহটোৰ নিৰন্তৰ দুচকুৰে বৈ থকা পানী মচিবলৈও হেনো ওচৰত শুভাকাংক্ষী এজন পাবলৈ টান হৈছিল। কনকেশ্বৰ বৰুৱাৰ জ্যেষ্ঠ সন্তান, তেওঁৰ বায়েক— সকৰে পৰাই একপ্ৰকাৰ অত্যাচাৰিত, স্বামী গৃহতো অভাৱ-অনাটনত

জুৰুলা হোবাৰ বিপৰীতে স্বামীগৃহতে সম্পূৰ্ণ মানসিক শান্তিৰ লগতে দুই সন্তানে সুগঢ় লোবা দেখি গৈছে। দ্বিতীয় সন্তান তেওঁ নিজে, প্ৰজ্ঞাধৰ বৰুৱা— সহজ-সৰল, সাধাৰণ, নিজক লৈয়ে ব্যস্ত থকা মানুহ, অপকাৰী নোহোবাকৈয়ো মোটামুটিভাৱে এজন স্বাৰ্থপৰ মানুহ, নিজক লৈয়ে ব্যস্ত থকা এটা সুখময় জীৱন। কিন্তু জটিলতাবিহীন দীৰ্ঘদিনীয়া সুখময়তাৰ বিপৰীতে ভাৰসাম্য ৰক্ষাৰ স্বাৰ্থতে যন্ত্ৰণাপূৰ্ণ জটিলতাৰ আগমন ঘটিছে, তেওঁৰ দুই পুতেক নষ্ট হৈছে— নিৰ্বোধ, নিকৃষ্ট, বদমাচ হৈছে। পুতেকৰ পুতেক, নাতিয়েক বু-মন আৰু আন কোনোবা নাতিয়েক পুনৰ ভাল মানুহ হ'ব। জ্বালাতন খাই, যন্ত্ৰণাদগ্ধ হ'বলগীয়া পুতেকহঁতৰ উত্তপ্ত সংসাৰ নাতিয়েকহঁতে বোৱাই দিয়া সুখ-শান্তিৰ নিজৰাই পুনৰ শীতল কৰিব। নিকৃষ্ট পুত্ৰহঁতৰ পৰা আঘাত পাই ককাক-আইতাকৰ মনত যি দুটুকুৰা ঘাৰ সৃষ্টি হ'ব, তাৰ যন্ত্ৰণা লাঘৱ কৰিবলৈ পুনৰ নাতিয়েকহঁতৰ সজ আচৰণে মলমৰ দৰে কাম কৰিব।

তেওঁৰ পৰিয়ালত ভাৰসাম্য ৰক্ষাৰ স্বাৰ্থত প্ৰকৃতিৰ এই আঁচনি তেওঁৰ জীৱনকালতে নাতিয়েকহঁতে ৰূপায়ণ কৰা তেওঁ দেখিবলৈ পাব। বু-মনৰ আজিৰ আচৰণেই বৰুৱাক সেই বিষয়ে পতিয়ন নিয়াইছে। বৰুৱাৰ চেতনাক এটা কথাই লাহে লাহে আচ্ছন্ন কৰি আনিলে— সৰুটো ল'ৰায়ো সোনকালে বিয়া কৰাব লাগে, তাৰ ফালৰ নাতিও সৎ-সদাচাৰী হৈ ডাঙৰ হোৱা তেওঁ চাই যাব খোজে।

সাজ লাগি ভগাৰ পাছত তৃতীয়বাৰৰ বাবে যেতিয়া ঘৈণীয়েকে ভিতৰলৈ মাতিলে, বৰুৱা লাহে লাহে চকীৰ পৰা উঠিল। 'বুইছা, একো নহয়, মই চিন্তা কৰি চালোঁ। তাৰ মতেই সেইজনী ছোৱালীৰ লগতে তাৰ বিয়াখন হৈ যাওক।' —ভিতৰলৈ আহি থাকোতেই বৰুৱাই ঘৈণীয়েকক ক'লে। ঘৈণীয়েকে চক খোৱাদি খাই গিৰীয়েকলৈ চালে।

ঘৰখনত চাৰিওফালে এক সন্তোষৰ বাতাবৰণ সৃষ্টি হ'ল। কেৱল ল'ৰাহঁতৰ মাকজনী দুঃখিত হৈ থাকি গ'ল। কেৱল তেওঁ বুজি নাপালে গিৰীয়েকটোৱে হঠাতে কেনেকৈ মত সলালে। কেৱল তেওঁৰ বোধগম্য নহ'ল ল'ৰাই ঘৰৰ পৰা ওলাই যাম বোলোতেই কেনেকৈ বাপেকটোৱে হাৰ মানিলে। ইমান বছৰে চিনি পোৱা নিজৰ গিৰীয়েকটোৱে হঠাতে অচিনাকি আচৰণ কৰি ইমান লেহকা হিচাপে পৰিচয় দিয়াৰ কাৰণটো বুজিব নোৱাৰি মানুহজনীৰ মনটো গধুৰ হৈ থাকিল।

প্ৰজ্ঞাধৰ বৰুৱায়ো ঘৈণীয়েকক বিশেষ একো বুজাবৰ চেষ্টা নকৰিলে। তেওঁ জানে— হাজাৰ চেষ্টা কৰিও ঘৈণীয়েকক ভাৰসাম্যৰ সূত্ৰ বুজোৱাটো সম্ভৱ নহ'ব। তেওঁ মাথোঁ ভাবিলে— পুতেক, বোৱাৰীয়েক, গিৰীয়েক, গোটেই ঘৰখনেই আনন্দিত হৈ পৰিলে ঘৰৰ মানুহজনী আনন্দিত নোহোৱাকৈনো কেইটা দিন থাকিব পাৰিব? ☐☐

['দৈনিক জনসাধাৰণ' কাকতৰ এপ্ৰিল, ২০০৪'ৰ সাহিত্য বিশেষ সংখ্যাত প্ৰকাশিত]

# প্ৰাতঃভ্ৰমণ

স্কুলীয়া দিনৰে সাধাৰণ বন্ধু আছিল দুয়োজন। প্ৰায় দহ বছৰ আগতে অৱসৰ লোৱাৰ পিছত হৈ পৰিছিল অভিন্ন হৃদয় বন্ধু। জিলা পুথিভঁৰালৰ গ্ৰন্থাগাৰিক পদৰ পৰা অৱসৰ লোৱা প্ৰসন্ন ভট্টাচাৰ্য আৰু চৰকাৰী কাৰ্যালয়ৰ বৰবাবু হৈ অৱসৰ লোৱা হৰমোহন কাকতি — দুয়োৰে বাবে প্ৰাতঃভ্ৰমণৰ সময়খিনিয়ে সঞ্জীৱনীৰ দৰে কাম কৰে।

ওচৰ-চুবুৰীয়া শুই উঠাৰ আগতেই আৰম্ভ কৰে তেওঁলোকে। ভট্টাচাৰ্যই প্ৰায় দুই ফাৰ্লং আহি ঘৰৰ সমুখত বৈ থকা কাকতিক লগ ধৰে। তাৰ পৰা এক ফাৰ্লং আগলৈ আহি তেওঁলোকে পাৰাটোৰ পৰা ওলাই ঘাই পথত উঠে। উঠিয়েই সোঁফালে চাৰিবিঘামান মাটিৰ পিতনিখন ঘেৰি থকা ইটাৰ দেৱালখন পায় আৰু লগে লগে নিজৰ নিজৰ ৰুমাল উলিয়াই নাকত লয়। পিতনিখন তিনিফালে ইটাৰ দেৱালেৰে ঘেৰা। ৰাস্তাটোৰ সমান্তৰালকৈ থকা সিটো ফালত দেৱাল নাই। দৈনিক বজাৰ ওলাব পৰা সৰু ৰাস্তা এটাৰ লগত লাগি থকা সেইফালটোত তৰ্জাৰ বেৰ দিয়া অস্থায়ী ঘৰ আৰু দোকান কিছুমান গঢ়ি উঠিছে।

খোজ কঢ়া আৰু লাহে লাহে কথা পতা, এক অদ্ভুত আমেজ অনুভৱ কৰে দুয়োজনে। ভট্টাচাৰ্য জনা মানুহ, প্ৰচুৰ পঢ়া-শুনা কৰা মানুহ। কেতিয়াবা কাকতিৰ শংকা-উদ্বিগ্নতাৰ কথা লৈ ভট্টাচাৰ্যই তেওঁক এইখিনি সময়ৰ কথা-বতৰাতে সমালোচনাও কৰে। কাকতিৰ স্বীকাৰ কৰাত দ্বিধা নাই— ভট্টাচাৰ্য সাহসী মানুহ, নৈতিকতাৰ ওচৰত জীৱন জোৰা আনুগত্য তেওঁৰ। নিজৰ সাধাৰণ জীৱনটোত সাহস, আত্মবিশ্বাস আদি শব্দবোৰৰ গণ্ডীত যে তেওঁ কোনোদিনে সোমোৱা নাই সেইটো মানি লোৱাতো কোনো সংকোচ নাই কাকতিৰ।

'বুইছা কাকতি, সাহসৰ অভাৱ থকা মানুহে সাহসী হ'ব খুজিলে হেনো সাহসপূৰ্ণ কাম নিজৰ ইচ্ছাৰ বিৰুদ্ধে গৈও বাৰম্বাৰ কৰিব লাগে। কিন্তু, তোমাৰ আমাৰ সেই সুবিধা ক'ত?'

'ক'ব নোৱাৰোঁ, তুমিতো সাহসী মানুহ। মই ভয়াতুৰ হয় নে নহয় নাজানো, কিন্তু সাহসী বুলি দাবী কৰিব নোৱাৰোঁ। মোৰ সাহসী কামৰ ধাৰণাও একো নাই। সেয়ে চাওঁ তোমাৰ লগত থাকিয়েই মই সাহস গোটাওঁ!', কাকতিয়ে স্বীকাৰোক্তিৰ সুৰত কয়।

'ভয় অনেক প্ৰকাৰৰ আছে, কিন্তু, এটা কথা মনত ৰাখিবা কাকতি — ভয় এটা মানসিক অৱস্থাৰ বাহিৰে একো নহয়।'

'মই সেইবোৰ নাজানো ভাই, মাত্ৰ এটা কথাই জানো যে বন্দুক এটা লৈ কোনোবাই আমাৰ দুয়োৰে ফালে খেদি আহিলে ততালিকে মই তোমাক আগত দি তোমাৰ পিছফালে খাৰা হৈ যাম।'

'হাঃ হাঃ, বন্দুকৰ কথা বাদ দিয়া, বন্দুকে মানুহ মাৰি পেলাব নোৱাৰি। সেইটো বুজিব পাৰিলে বন্দুকৰ ভয় নগণ্য হৈ যায়।'

'মানে? বন্দুকৰ গুলীত মানুহ নমৰে নেকি?'

'নমৰে, বন্দুকৰ গুলীৱে মানুহ মাৰিব নোৱাৰি। মূৰত বা বুকুত গুলী সুমুৱাইনো মানুহক মাৰি পেলাব পাৰিবানে? মানুহ মৰি যাবলৈ তাতকৈ বহুত বেছি গভীৰ, বহুত বেছি অজড় কিবা কিবি সোমাব লাগিব।'

'মানে?'

'মানে ভয়, শংকা আৰু কোনো কোনো ক্ষেত্ৰত তাৰ লগত জড়িত শোক, অপমান, অনুশোচনাৰ অন্তৰ্দহন— এইবোৰ সোমাব লাগিব মানুহক মাৰিবৰ কাৰণে।'

'কিন্তু এই যে ধুৰুমকৈ ফুটিল, বুকু বা ডিঙি বা মূৰ ফুটা কৰি পেলালে, মানুহটো বাগৰি নিঃসাৰ হৈ গ'ল, পিছত সকলোৱে মিলি জ্বলাই দিলে বা পুতি পেলালে, সেইটো কি?'

'সেইটো হ'ল কেৱল দেহাটোৰ অস্তিত্ব উঘালি পেলোৱা। ঘূৰ্ণী বতাহত যে হঠাৎ কেতিয়াবা একোডাল মজবুত গছ উভালি পৰে। তাৰ পিছৰে পৰা সেই ঠাইত গছডালৰ অস্তিত্ব যে নোহোৱা হৈ পৰে, তেনেকুৱা কথা। কিন্তু মৰি যোৱা গছ দেখিছা? গছডাল নাবাঢ়ে, পাতবোৰ লেৰেলা পৰি লাহে লাহে শুকাই আহে। গোটেই গছডাল জঁই পৰি আগৰ পৰা গুৰিলৈকে ডাল-পাত, গা-গছ সকলো লাহে লাহে শুকাই খৰি হৈ পৰে। সেইটোক কয় — মৰি যোৱা।'

'ইমান বুজি নাপাওঁ ভাই। মোটামুটিভাৱে আত্মা অমৰ জাতীয় কথা কৈছা, সেইখিনিকে বুজিছোঁ!'

'নহয় সেইটো কোৱা নাই, মই ক'ব খুজিছোঁ ভয়ৰ কথা। কষ্টৰ প্ৰতি ভয়, যন্ত্ৰণাৰ প্ৰতি ভয়, হিংসাৰ প্ৰতি ভয়, মৃত্যুৰ প্ৰতি ভয়— আচলতে এই ভয়ৰে আন নাম মৃত্যু। শুনা, আমাৰ দেউতাইত গাঁৱৰ পৰা উঠি আহিছিল। দেউতাই সকলতে কোৱা মনত পৰে -— এবাৰ হেনো গাঁৱত কোনোবা এটা বুঢ়াই ভঁৰালঘৰৰ পাছফালে গধূলি চালি এখনৰ তলত কিবা বিচাৰি থাকোতে কিহবাত টান খাই লাগি থকা চিৰিপনি এডালত ভৰি দিয়াত সেইডাল ছিটিকি আহি ভৰিত পৰোতেই সাপে খোটা বুলি মূছকৈছ গ'ল। অলপ ধতুৰা সেই যে পৰিল, উঠিব নোৱাৰিলে বোলে — হাৰ্টফেইল।'

'বুঢ়া হৃদৰোগত আক্ৰান্ত আছিল নিশ্চয়।'

'নহয়, বুঢ়া নিজে ক'ব নোৱাৰাকৈয়ে ভয় ৰোগত আক্ৰান্ত আছিল । অঁ- ভয়, মৃত্যুৰ ভয়! শুনা কাকতি, মৃত্যু-ভয় জিনিবৰ হ'লে, মৃত্যু-ভয়ৰ মুখামুখি হোৱাৰ দৰকাৰ। মৃত্যুক চকুৰ আগত দেখা পাইছা, তাৰ পৰা মুখ ঘূৰাই নিদিবা। মৃত্যুক তুলি আনি চোৱা, উপলব্ধি কৰা, বিশ্লেষণ কৰা। মৃত্যুভয় তুলা ধুনাদি ধুনি পেলোৱা।'

পুনৰ উপ-পথ এটাৰে সোঁহাতে সোমাই তেওঁলোকে খোজৰ গতি কমাই দিয়ে। উপ-পথটোত সোমায়েই বাওঁহাতে চাহ-বিস্কুট-কে'ক -পাউৰুটি আৰু আন খুচুৰা বস্তুৰ দোকান নামৰ চালি এখন। ভট্টাচাৰ্য আৰু কাকতি আহি সেইখিনি পায় মানে চালিখনৰ জাপ খোল খায়। দোকানৰ মালিক অমায়িক বঙালী ল'ৰাটোৱে পাম দিয়া ষ্টোভত পানী বহাই দি তেওঁলোকৰ ফালে চাই সম্ভ্ৰমসূচক মিচিকিয়া হাঁহি এটা মাৰে, আৰু তেওঁলোকে আহি দোকানৰ সমুখত থকা বেঞ্চখনতে খন্তেক বহে। সেইখিনিৰ পৰা দুই ফাৰ্লং আগুৱাই গ'লেই তেওঁলোকৰ পাৰাটোলৈ ওলোটা ফালেদি সোমোৱা বাটটো পায়। সেয়ে ঘৰ পালোঁহিয়েই এনে এক ভাবত তেওঁলোকে বেঞ্চখনতে বহি খন্তেক জিৰায়। ক'ব নোৱাৰাকৈয়ে তুচ্ছ দৈনন্দিনৰ পৰা দুয়োৰে মন দুটা তেতিয়া বহু ওপৰলৈ উৰা মাৰে। ওপৰৰ পৰাই যেন তেওঁলোকে নিজৰ ঠাইখন, এনেকি নিজৰ জীৱনকেইটাও নতুনকৈ দেখা বস্তুৰ দৰে পুনৰ চাব খোজে। দহ-পোন্ধৰ মিনিটৰ পিছত দুয়ো খোজ লয়, ঘৰ অভিমুখে।

এইদৰেই পাৰ হৈ গৈ আছিল। এইদৰেই পুৱাৰ অপৰূপ মাদকতাৰ শীতল বৃষ্টিত নিজকে বুৰাই লৈ দিনটোৰ বাকীখিনি সময় দুয়ো নিজৰ দেহ-মন শীতল কৰি ৰাখিছিল। এনেতে আচম্বিতে আৰু অপ্ৰত্যাশিতভাৱে ঘটা এক ঘটনাই তেওঁলোকৰ প্ৰাতঃভ্ৰমণৰ ছন্দপতন ঘটালে।

ডাৱৰীয়া বতৰৰ বাবে পুৱা চাৰে চাৰি বজাতো প্ৰায় অন্ধকাৰ হৈ আছে সেইদিনা। ভট্টাচাৰ্য আৰু কাকতি দুয়ো সেয়ে আনদিনাতকৈ লাহে লাহে খোজ কাঢ়িছে। আন্ধাৰত মুক্তভাৱে খোজ দিবলৈ তেওঁলোকৰ অসুবিধা। পাৰাটোৰ পৰা ওলাই ঘাই পথত উঠি সোঁহাতে ইটাৰ দেৱালেৰে ঘেৰা পিতনিখন পাই নাকত ৰুমালকেইখন লৈছিলহে মাত্ৰ, হঠাৎ গম পালে পিছফালৰ পৰা এখন গাড়ী আহি আছে। বগা মাৰুতি ভান এখন। কাকতিয়ে ৰাস্তাত একাষৰীয়া হওঁতে কিছু সময় লোৱা বাবে গাড়ীখনে তেওঁলোকৰ ওচৰত গতিবেগ কিছু কমাবলগীয়া হৈছিল। সেইকণ সময়তে ভট্টাচাৰ্য আৰু কাকতিয়ে লক্ষ্য কৰিলে গাড়ীৰ ভিতৰত পিছফালে বহি থকা তিনিজন ডেকা মানুহৰ ভিতৰত এজনে কান্দোনৰ সুৰত কাতৰ স্বৰে বাকী কেইজনক কিবা অনুৰোধ কৰি গৈছে। ভট্টাচাৰ্য আৰু কাকতিয়ে ইজনে সিজনলৈ চোৱা-চুই কৰি একে ঠাইতে কিছু সময় ৰ'ল। ইটাৰ দেৱাল য'ত শেষ হৈছে, তাৰ পৰা পঞ্চাশ-ষাঠি মিটাৰমান আগলৈ গৈ গাড়ীখন এইবাৰ

ৰ'ল। ড্ৰাইভাৰজন পেচাব কৰিবলৈ নামিছে। হঠাতে গাড়ীৰ ভিতৰত কিবা এটা হুলস্থুল হোৱা কাকতি আৰু ভট্টাচাৰ্যই অনুমান কৰিব পাৰিলে। মুহূৰ্ততে গাড়ীৰ দুৱাৰখন ধামকৈ খোল খালে আৰু দেখা গ'ল দুটা ডেকা ল'ৰা দবৰা-দবৰি কৰি মাটিত বাগৰি পৰিছে। চকুৰ পচাৰতে তাৰে এটা উঠি উভতি কাকতি আৰু ভট্টাচাৰ্যৰ ফালে দৌৰি আহিল। ইতিমধ্যে ইটোৱে মাটিৰ পৰা উঠি খেদা লৈছে। গাড়ীৰ ভিতৰত থকাটো আৰু পেচাব কৰি থকাটোৱেও দৌৰি আহিছে আৰু পিছে পিছে খেদি যোৱা ল'ৰাটোক চিঞৰিছে— 'আবে ধন, মাৰ! কি চাই আছ? গুলীয়া!'

ভট্টাচাৰ্য আৰু কাকতি ঠাইতে থৰ লাগিল। দৌৰি পলাই অহা ল'ৰাটোৱে অদ্ভুত চিঞৰ এটা মাৰি ফোপাই ফোপাই কান্দোন মিহলি মাতেৰে ভট্টাচাৰ্য আৰু কাকতিক ক'লেহি - 'মোক বচাওক, মোক মাৰি পেলাব সিহঁতে....' ভট্টাচাৰ্যই নিজৰ মূৰৰ পৰা ভৰিলৈকে এক বুজাব নোৱাৰা ভয়ৰ হিম-চেঁচা প্ৰবাহ অনুভৱ কৰিলে। কাকতিয়ে মুহূৰ্তৰ ভিতৰতে পৰিস্থিতিটো অধ্যয়ন কৰি লৈ দেখিলে সময় একেবাৰে কম। মুহূৰ্তৰ ভিতৰতে তেওঁ দেৱালৰ ফালে মূৰটো টোঁৱাই মুখৰ ভিতৰতে কোৱাদি ল'ৰাটোক ক'লে —'জাঁপ মাৰা।' ইতিমধ্যে খেদি অহাটোৱে দূৰৰ পৰাই চিঞৰিছে, 'বকুল, নপলাবি, মই আছোঁ - তোৰ একো নহয়, পলালেই কিন্তু মৰিবি!', বকুল বোলাটোৱে জাঁপ মাৰি ইটাৰ দেৱালত উঠোঁতেই ধুম ধুমকৈ দুবাৰ গুলী ফুটাৰ শব্দ হ'ল। তাৰ গাত লগা নাই। সি দেৱাল পাৰ হৈ যোৱাৰ পাছত পিছে পিছে অহা ধন বোলাটোৱেও তাৰ সমান ক্ষিপ্ৰতাৰে নহ'লেও কষ্ট কৰি দেৱাল বগাই সিপাৰলৈ জঁপিয়ালে। খন্তেক পিছতে পিছে পিছে অহা ইদুটায়ো কষ্ট কৰি দেৱালৰ ওপৰেদি মূৰটো উলিয়াই চিঞৰিলে, 'ধন, খেদি গৈ থাক, এৰি নিদিবি তাক, আমি সিফালেদি ঘূৰি গৈ আছোঁ।', ইটাৰ দেৱালত আধা উঠা অৱস্থাৰ পৰা জঁপিয়াই নামি গাড়ীলৈ বুলি উভতি দৌৰিব খুজি ল'ৰা দুটা ভট্টাচাৰ্য আৰু কাকতিৰ ওচৰত তভক মাৰি ৰ'ল। ভট্টাচাৰ্য আৰু কাকতিয়ে সপোন দেখাৰ দৰে অৰ্দ্ধচেতন অৱস্থা এটাৰে থৰ হৈ সকলোবোৰ চাই আছিল। কেইমুহূৰ্তমানৰ পাছত সিপাৰৰ পৰা আকৌ এবাৰ গুলী ফুটাৰ শব্দ শুনা গ'ল। হাতত পিষ্টল একোটা লৈ থকা ল'ৰা দুটাৰ এটাই সুধিলে, 'কোন আপোনালোক?', লগে লগে ইটোৱে পিষ্টলৰ নলীটো ভট্টাচাৰ্যৰ কুমত লগাই ক'লে, 'তাৰ লগত কি কথা পাতিছিলে?', দেখদেখকৈয়ে কোনজনে কথা কৈছিল সিহঁতে দূৰৰ পৰা ধৰিব পৰা নাছিল। মুখত মাত হৰি যোৱা অৱস্থাত কেৱল ভট্টাচাৰ্যই মুখৰ ভিতৰতে নিঃশব্দে আওৰাই গ'ল এটা শব্দ— দুৰ্গা, দুৰ্গা, দুৰ্গা ...

মৌন কাকতি আৰু ভট্টাচাৰ্যৰ পৰা মূৰটো ঘূৰাই ল'ৰাটোৱে লগৰটোলৈ চালে। 'নাই, বাদ দে, ব'ল জল্দি!', লগৰটোৱে ক'লে। দুয়োটা দৌৰি গৈ গাড়ীত উঠাৰ পাছত বায়ুবেগে গাড়ীখন অদৃশ্য হৈ গ'ল।

খন্তেক একে ঠাইতে থৰ লাগি থকাৰ পাছত কাকতি আৰু ভট্টাচাৰ্যৰ সম্বিৎ ঘূৰি আহিল। পৰিস্থিতিটোৰ লগত খাপ খুৱাই লৈ সামান্য সহজ হোৱাৰ লগে লগে উদ্বিগ্নতাৰে কাকতিয়ে ভাবিলে পিছৰবাৰ ইটাৰ দেৱালৰ সিপাৰৰ গুলীৰ শব্দটোৰ কথা - পিছৰবাৰ ল'ৰাটোৰ গাত লাগিল নেকি বাৰু?

'হে'ৰা ভট্ট, পিছৰবাৰ গুলী লাগিল নেকি বাৰু ল'ৰাটোৰ গাত....', সুধিব খুজিও কাকতি ৰৈ গ'ল। ভট্টাচাৰ্যই মুখখন কেনেবা কৰিছে, তেওঁৰ চকুকেইটা সৰু হৈ গৈছে, মানুহজন অসুস্থ হৈ পৰিছে। কাকতিৰ সমুখতে মানুহজনে মাটিত বহি দিলে।

'হে'ৰা ভট্ট, কি হৈছে তোমাৰ? গা বেয়া লাগিছে নেকি? সিহঁত চব গ'ল, একো চিন্তা নকৰিবা, উঠা!'

'কাকতি, মোক বিছনা এখন লাগে, আৰু এগিলাছ পানী খাবলৈ লাগিছিল।'— ভট্টাচাৰ্যই বিৰবিৰকৈ ক'লে।

কাকতি চিন্তিত হ'ল। উচ্চ ৰক্তচাপ থকা মানুহ, আচম্বিতে অহা উত্তেজনাই কত অঘটন ঘটাব পাৰে। তেওঁ ভট্টাচাৰ্যক ধৰি ধৰি ঘৰলৈ ওভোতাই আনিলে। আহি থাকোতে ভট্টাচাৰ্যক সাহস আৰু সান্ত্বনা দি কিবা কিবি কৈ আহিল যদিও মনে মনে তেওঁ ভাবি আহিল, ভট্টাচাৰ্যক ঘৰত থৈয়েই তেওঁ নিজৰ বনকৰা ল'ৰাটোকে লগত লৈ পিতনিখনিৰ সিটোফালে ঘটনাটোৰ সবিশেষ বুজ ল'বলৈ যাব।

কিন্তু ঘৰ পাবৰ সময়ত ভট্টাচাৰ্যই সেহাই সেহাই অনুৰোধ কৰিলে, 'ঘৰত কথাটো কাকো নজনাবা, জানাইতো ঘৰত মোৰ ওপৰত শাসনৰ প্ৰকোপ...'। বিছনাত পৰাৰ পিছত ভট্টাচাৰ্যই পুনৰ ভয় খুৱালে। তেওঁৰ আধা মাত ফুটে, আধা নুফুটে। প্ৰায় অৰ্দ্ধচেতন অৱস্থা এটাৰে তেওঁ কাকতিৰ হাতখন খামোচ মাৰি ধৰি থাকিল। ডাক্তৰ আহিল। বিশেষ চিন্তাৰ কাৰণ নাই, ৰক্তচাপ বাঢ়ি গৈছিল। পিতনিখনৰ সিটোফালে গৈ ঘটনাৰ বুজ লোৱাৰ সুযোগ কাকতিয়ে আৰু নাপালে।

ঘটনাটোৱে ভট্টাচাৰ্য আৰু কাকতিৰ মন কেবাদিনলৈ সম্পূৰ্ণৰূপে আগুৰি ৰাখিলে। বকুল নামৰ সেই লাহী শৰীৰৰ বগা, মৰমলগা ল'ৰাটোৰ ভয়ত কাতৰ মুখখন, শংকা আৰু উৎকণ্ঠাই বিস্ফোৰিত কৰি তুলিব খোজা তাৰ চকু দুটা বাৰে বাৰে সেইকেইদিন ভট্টাচাৰ্য আৰু কাকতিৰ চকুৰ আগত ভাঁহিবলৈ ধৰিলে। ল'ৰাটো কোন, তাৰ ঘাতক হ'বলৈ খেদি যোৱা কেইটাইবা কোন, শেষ পৰ্যন্ত ল'ৰাটোৰ কি হ'লগৈ— এই প্ৰশ্নবোৰে বেলেগ বেলেগ ৰূপত চাবুকৰ দৰে ভট্টাচাৰ্য আৰু কাকতিৰ মনদুটাক অহৰ্নিশে কোবাবলৈ ধৰিলে। কাকতিয়ে চাবুকৰ কোব চম্ভালি এটা সময়ত সোনকালেই মূৰ দাঙিলে। কিন্তু সমস্যা হ'ল ভট্টাচাৰ্যক লৈ। ভট্টাচাৰ্যৰ মনটোত চাবুকৰ কোবটোৱে প্ৰতি নিজৰ জীৱন সম্বন্ধীয় নতুন নতুন খেলিমেলি অনেক চিন্তাৰ জন্ম হৈ মানুহজনক কোঙা কৰি পেলালে।

ভট্টাচাৰ্য শাৰীৰিকভাৱে সুস্থ নোহোৱালৈকে দুদিনমান প্ৰাতঃভ্ৰমণ বন্ধ আছিল। কিন্তু সম্পূৰ্ণ সুস্থ হোৱাৰ পাছতো মানুহজনৰ প্ৰাতঃভ্ৰমণৰ প্ৰতি আগ্ৰহ নোহোৱা হ'ল। ইটো-সিটো অজুহাতত তেওঁ ওলাব নুখুজিলে। কাকতিয়ে দেখিলে ভট্টাচাৰ্য মানুহজন মুজুৰা পৰি গ'ল। বিষণ্ণতাৰে তেওঁ লক্ষ্য কৰিলে আগৰ সেই প্ৰগলভ আত্মবিশ্বাসী মানুহজনৰ ঠাই লৈছে এক দুশ্চিন্তাগ্ৰস্ত জৰ্জৰিত আৰু বেদনাহত বৃদ্ধই। কাকতিয়ে বুজিলে মৃত্যুৰ সতে মুখামুখি হ'ব পৰা বা তেনে ধৰণৰ আন অনাহূত পৰিস্থিতি চম্ভালিব পৰা এজন সাহসী লোক বুলি নিজৰ ওপৰত থকা বিশ্বাস যে সম্পূৰ্ণ সত্যৰ ওপৰত প্ৰতিষ্ঠিত নহয়, সেই উপলব্ধিয়ে ভট্টাচাৰ্যৰ আত্মবিশ্বাস চূৰ্ণাকৃত কৰিছে আৰু আত্মবিশ্বাস হেৰাই যোৱাৰ লগে লগে জীৱন সম্বন্ধে, নিজৰ ব্যক্তিত্ব সম্বন্ধে থকা ধাৰণাবোৰত তেওঁৰ অধিক খেলিমেলিৰ সৃষ্টি হৈছে। অথচ তেওঁ কাকতিক মুখ খুলি একো কব পৰা নাই।

নিজ ঘৰৰ বাৰাণ্ডাত কাকতিৰ সমুখত বহি কেইবাদিনো ভট্টাচাৰ্যই সেই ঘটনাটোকে কেন্দ্ৰ কৰি একো একোটা কথা উলিওৱা দেখা গ'ল। কথাত কথা বাঢ়ি প্ৰসংগ সলনি হয় আৰু ভট্টাচাৰ্যৰ মুখত কাহানিও নুশুনা কিছুমান দুশ্চিন্তাৰ প্ৰকাশ শুনা যায়।

'আচ্ছা কাকতি, মোৰ কুমত পিষ্টলটো থোৱাৰ পাছত সেইদিনা ল'ৰাটোৱে যদি ট্ৰিগাৰডাল টানি দিলেহেঁতেন, মই মৰিলোহেঁতেননে?'

'ওঁ, মৃত্যু নিশ্চিত আছিল।'

'কাকতি, এই সত্তৰ বছৰে নভবা অনেক কথা এই তিনিদিনত মই ভাবিছোঁ আৰু ভাবি ভাবি নিজৰ ক্ষেত্ৰত অনেক নতুন কথা আবিষ্কাৰ কৰিছোঁ। বুইছা কাকতি, যিমানবোৰ ভয় আছে, তাৰ ভিতৰত মৃত্যুভয়েই আটাইতকৈ নিষ্ঠুৰ প্ৰকৃতিৰ। মৃত্যুভয়ৰ অনুভূতিয়ে মানুহৰ ভিতৰখন যিদৰে খোঁচ মাৰি ধৰে, সেইদৰে আন একোৱেই নধৰে।'

পৰিস্থিতিটো সহজ কৰিবলৈকে যেন কাকতিয়ে ক'লে — 'সেইবোৰ ডাঙৰ ডাঙৰ কথা নাজানো ভাই, ৰোগ-চোগ মোৰ বিশেষ নাই যদিও মৰাৰ ভয় এটা মনৰ মাজত সোমাই থকাৰ উমান পাওঁ মই।'

'মৰাতকৈ মৰাৰ আগৰখিনিলৈহে ভয় বেছি হয় কাকতি। মৰাৰ আগমুহূৰ্তলৈকে তুমি অৰ্থাভাৱত নপৰাকৈ স্ব-নিৰ্ভৰশীল হৈয়ে দিনকেইটা পাৰ কৰিব পাৰিবানে — তাৰে চিন্তাইহে খাই মাৰে।'

ভট্টাচাৰ্যই সবিস্তাৰে নক'লে এইকেইদিন সেই ধৰণৰ চিন্তাই তেওঁক কিদৰে কাহিল কৰি পেলাইছে। ঘনে ঘনে তেওঁ চিন্তা কৰিছে, কৰি আকৌ ওলোটাই ভাবিছে — নিজৰ ল'ৰা দুটাৰ প্ৰতি মোৰ মনত অবিশ্বাস গঢ় লৈছে নেকি? নাই নাই, তেনেধৰণৰ অবিশ্বাসৰ প্ৰশ্ন নাই, কিন্তু তথাপি ... ঘৰটোৰে সৈতে এই মাটিডোখৰ অৱশ্যে সম্পূৰ্ণ নিজৰ বুলিবলৈ মোৰ এতিয়াও আছে। কিন্তু ডাঙৰটো ল'ৰাই সিদিনা কৈছেই — ঘৰটোৰ লগতে লাগি

থকা মাটিডোখৰত আৰ, চি, চি, বিল্ডিং উঠাবলৈ সি প্লেন কৰিছে। বেংকৰ ল'নো পাব হেনো। বেংকৰ ল'নটোৰ বাবে মাটিখিনিৰ বন্ধকীত চহী কৰি নিদিওঁ বুলিতো ক'ব নোৱাৰি। তিনি মহলা কৰি এমহলাত মাকক আৰু মোক থাকিবলৈ দিব হেনো। মাকে সিদিনা কৈছে, আগতে সি সাজকচোন, আপোনাৰ আৰ, চি, চি, ঘৰত থাকি ভাল নালাগে, আমি এই পুৰণা ঘৰতে থাকিম। এটা মহলাতো ভাড়াও দিব পৰা যাব। কিন্তু আৰ, চি, চি, এটা হ'লেই যেতিয়া পুৰণা আসাম টাইপটো ভাঙি তাতে ব্যৱসায়ৰ উপযোগীকৈ ঘৰ সাজোঁ বুলি যদি সকটোৱেও প্লেন কৰে? সন্তানৰ দ্বাৰা নিজৰ ভেটিটোৰ পৰা বিতাৰিত হোৱাৰ ঘটনা এইখন অসমততো বিৰল নহয়!

কাকতিয়ে সান্ত্বনাৰ সুৰতে কয়- 'হ'ব পাৰে ভট্ট, আনৰ ওপৰত নিৰ্ভৰশীল হোৱাৰ শংকা এই বয়সত কিছু পৰিমাণে অহাটো স্বাভাৱিক।'

কৈয়েই অৱশ্যে কাকতিৰ ভাব এটা আহিছিল — ভট্টক সান্ত্বনা দিয়াৰ কথা নহয়, মোৰ ক্ষেত্ৰতো ই সঁচাই স্বাভাৱিক। একমাত্ৰ ল'ৰাটো স্থানীয় কোম্পানী এটাৰ মেনেজাৰ, উপাৰ্জন ভালেই। ল'ৰা-বোৱাৰী হওঁতে ঠিকেই আছে, কিন্তু কেনেকৈ ক'বা, এতিয়ালৈকে বোজা হৈ থকা নাই কাৰণে ঠিকেই চলি আছে, কিন্তু কাইলৈ যদি বোজা হও? দৰব-পথ্য এতিয়ালৈকে মই চম্ভালি আছোঁ, কাইলৈ যদি ল'ৰাটোৱে বলে পৰাৰো বাহিৰত হয়? পিছপাকতে আকৌ কাকতিয়ে নিজৰ মনতে উভতি ধৰিলে — কিন্তু ৰহ, বুঢ়ানো কোন নহয়? স্বাস্থ্যনো কাৰ পৰি নাহে? সেইবুলিয়েই এইবোৰ দুশ্চিন্তা মূৰত সুমুৱাম নে? ল'ৰাটোৰ উপৰিও মোৰতো দুজনী ছোৱালী আৰু দুটা জোঁৱায়ো আছে! আৰু আটাইতকৈ ডাঙৰ কথা ভগৱান বোলা যিজন, যাক পুৱা-গধূলি অৰ্চনা কৰোঁ, তেওঁনো কেলৈ আছে? নাই নাই, মৃত্যুৰ আগতে দাৰিদ্ৰ্যত পতিত হোৱাৰ কোনো ভয়কে মনত ঠাই দিব নোৱাৰি!

'এই বয়সৰ আৰু এটা স্বাভাৱিক অনুভূতি মোৰ মনত দেৰিকৈ উদয় হৈছে কাকতি, অনিশ্চয়তা। বুঢ়া বয়সে যে শাৰীৰিক আৰু অৰ্থনৈতিক স্বাধীনতা দুয়োটাই নোহোৱা কৰি নেপেলাব তাৰ নিশ্চয়তা ক'ত? ল'ৰাহঁতৰ পৰা আগলৈ সদায় সহায়-সাৰথি পোৱাৰ নিশ্চয়তাই বা ক'ত?'

কৈ থাকোতেই ভট্টাচাৰ্যই ভাবে — হুঃ! ঘৰত যদি কওঁ, ইহঁতৰ মাকে ক'ব অযথা চিন্তাবোৰ কিয় কৰি থাকে? সিহঁত আপোনাৰেই সন্তান নহয় জানো? তেওঁৰ ক্ষুদ্ৰ মগজেৰে তেওঁ কেনেকৈ বুজি পাব যে সন্তান এটা বয়সৰ পাছত আচলতে কেৱল এক চিনাকি সহচৰ হৈ যায়। অতি ওচৰৰ চিনাকি মানুহ, তাৰ বেছি একো নহয়। আৰু চিনাকি মানুহে চিনাকি মানুহক হেঁচা মাৰি ধৰাৰ উদাহৰণ কিবা বিচাৰিব লাগেনে? মানুহক আন মানুহৰ পৰা সুৰক্ষা দিবলৈ মানুহেই দেখোন নিজৰ মগজেৰে ভাবি উলিয়াব পৰা সকলো প্ৰকাৰৰ

আইন প্ৰণয়ন কৰি থ'ব লগা হৈছে। ইহঁতৰ মাকৰ মুৰত এইবোৰ নোসোমায়। নিজৰ মূৰটোৰ প্ৰয়োগ জীৱনত কোনোদিন কৰি পোৱা নাই বাবে তেওঁৰ অনেক সমস্যা কম। সমস্যা যত মানে মোৰ! কিন্তু সেইবুলি সকলোৰে ওচৰত লেও-সেও হৈ থাকিম নে? সত্তৰ পালোঁ বাবেই নিজৰ বিষয়ে ক্ষমা খোজাৰ সুৰত কথা ক'ব লাগিব নে মই?

'কিহৰ স্বাধীনতা নোহোৱা কৰিবহে ভট্ট? শাৰীৰিক আৰু অৰ্থনৈতিক স্বাধীনতা এতিয়া আমাকনো লাগে কিমানখিনি?'

কথাষাৰ ভট্টাচাৰ্যক সান্ত্বনা দিয়াৰ সুৰত ক'লেও, কৈয়েই কাকতিৰ লগে লগে মনলৈ ভাব এটা আহিছিল— ভট্টৰ কথা একেবাৰে অমূলক বুলিবতো নোৱাৰি! অৰ্থাগমন সীমিত বাবেইতো শৰীৰটোৱে বলে পাৰিব বুলি জনাৰ পাছতো অনেক ফুৰা-চকাৰ পৰিকল্পনা বাদ দিবলগীয়া হৈছে, বাধ্যত পৰি ল'ৰা-ছোৱালীৰ বাধা মানি যাবলগীয়া হৈছে। কিন্তু পিছপাকতে তেওঁ ভাবিলে — পিছে বহু ধন-সম্পত্তি যিকণ পাইছোঁ, তাৰেই দেখোন চাৰা জীৱনটো চলিব পাৰিলোঁ, এতিয়া আকৌ সেই দুশ্চিন্তা সুমুৱাই ল'ম নে? পৰিকল্পনা কিবা বাদ পৰিল যদি পৰিল, আত্মসংযম লাগিবই! আৰু আছেওতো মোৰ আত্মসংযম! জ্ঞান-বুদ্ধি, আত্মসংযম আগতকৈতো মোৰ দেখদেখকৈ বাঢ়িছে। বুঢ়া হৈছোঁ কাৰণেহে বাঢ়িছে। তেনেহ'লে আকৌ বুঢ়া বয়সটো বাধা বা অক্ষমতা কেনেকৈ হ'ল? নাই নাই, বুঢ়া বয়সৰ বাবে কোনোধৰণৰ ভয়ক প্ৰশ্ৰয় দিব নোৱাৰি, এই বুঢ়া বয়স মোৰ বাবে ভগৱানৰ এক মহান আশীৰ্বাদ!

কাকতিৰ দৰে ভট্টাচাৰ্যই অশুভ চিন্তাবোৰ নাকী লগাই বশ কৰিব পৰা নাই বুলি গম পাই এটা সময়ত কাকতিৰ আমনি লাগিল। তেওঁ প্ৰায় নিশ্চিত হ'ল যে ভট্টাচাৰ্য ভয়ৰ চিকাৰ হৈ পৰিছে। গোটেই জীৱন তেওঁ ভয়ৰ বিষয়ে পঢ়িছে, শুনিছে, বুজিছে — কিন্তু প্ৰকৃত ভয় খাব লগা পৰিস্থিতিত কোনোদিন সোমাই পৰা নাছিল। সেয়ে সেইদিনাৰ সেই ঘটনাটোৱে তেওঁক জোকাৰি পেলাইছে। শাৰীৰিক ক্ষতিৰ ভয়টোৰ লগতে তাকে কেন্দ্ৰ কৰি তেওঁৰ চেতনাৰ চাৰিওফালে চক্ৰাকাৰে ঘূৰিবলৈ লৈছে আন কিছুমান ভয়— বাৰ্দ্ধক্যৰ ভয়, অসুস্থতাৰ ভয়, দৰিদ্ৰতাৰ ভয়, পৰনিৰ্ভৰশীলতাৰ ভয়। ভয়, দুঃশ্চিন্তা, সন্দেহ আৰু অনিশ্চয়তাই মানুহটোক কাবু কৰি পেলাইছে।

আমনি লগাৰ লগতে কাকতিৰ দুখো লাগিল। এই সৎ, সুন্দৰ, জ্ঞানী বন্ধুজনে এই বয়সত অনাহক মানসিক চাপ পাব লগা হোৱাটোৱে তেওঁক ব্যথিত কৰিলে। প্ৰায় এসপ্তাহৰ অন্তত কাকতিয়ে জোৰকৈয়ে দুদিন পুনৰ ভট্টাচাৰ্যক প্ৰাতঃভ্ৰমণলৈ উলিয়াই নিলে। কিন্তু লাভ নাই। ভট্টাচাৰ্য সলনি হৈ গৈছে। দুয়োদিনেই কাকতিয়ে দেখিলে বিষয়বোৰৰ ওপৰত ভট্টাচাৰ্য আগৰ দৰে মুখৰ নহয়। বৰং তেওঁ নিজৰ দুশ্চিন্তাজনিত কথাবোৰহে স্বগতোক্তি কৰাৰ দৰে কৈ যায়। দুয়োদিনেই ইটাৰ দেৱালখনৰ কাষৰ সেইদিনাৰ ঘটনা ঘটা ঠাইডোখৰ

পোবাৰ লগে লগে তেওঁ মূৰটো ঘনে ঘনে জোকাৰিলে আৰু ক'লে, 'সেইদিনাৰ সেই ল'ৰাটোৰ বাৰু কি হ'ল কাকতি? সি বাচি আছেনে? তাৰ ঘৰত মাক-বাপেকে কিবা গম পালেনে? কিজানি পিতনিখনৰ মাজতে সি সেইদিনাই শেষ হৈ গ'ল, মাকে-বাপেকে গমেই নাপালে?'

প্ৰথম দিনা কাকতিয়ে একো মতা নাছিল যদিও দ্বিতীয় দিনা কিছু বিৰক্ত হৈয়ে তেওঁ ক'লে— 'বাদ দিয়া ভট্ট, একেটা কথাকে মূৰত সুমুৱাই নাৰাখিবা। তাতকৈয়ো অনেক মাৰাত্মক ঘটনা আজিৰ সমাজৰ নিত্য-নৈমিত্তিক ঘটনা হৈ পৰিছে। কোনটোত কিমান মূৰ ঘমাবা?'

'নহয় নহয় কাকতি, কি ধৰণৰ বোজা মই বুকুত লৈ ফুৰিছোঁ তুমি নুবুজিবা। তুমি কেৱল নিজৰ কথা ভাবি আছা। কেৱল আমাৰ মৰ্ণিংৱাক আৰু তাৰ আনন্দখিনিত মনোনিবেশ কৰি আছা। ইমান স্বাৰ্থপৰ নহ'বা কাকতি।'

কাকতিৰ খং সাধাৰণতে নুঠে। ভট্টাচাৰ্যৰ নিচিনা বন্ধুৰ ওচৰততো খং উঠাৰ নজিৰ নাই বুলিয়েই ক'ব পাৰি। এতিয়া কিন্তু তেওঁৰ সাংঘাতিক খং এটা উঠিল। এইকেইদিন ভিতৰি ভট্টাচাৰ্যৰ ওপৰত বিৰক্ত হোৱা সত্ত্বেও তেওঁ ধৈৰ্য ধৰি আছিল। এতিয়া কিন্তু তেওঁৰ ধৈৰ্যৰ বান্ধ খুলি গ'ল। খঙৰ ভমকত তেওঁৰ মুখখন আচৰিত ধৰণে খোল খালে।

'কি ক'লা তুমি? মই স্বাৰ্থপৰ? মই যদি কওঁ সেইদিনা ল'ৰাটো যদি নাবাচিল, তাৰ বাবে তোমাকো দায়ী কৰিব পাৰি— তেন্তে?'

ভট্টাচাৰ্যই ভয়ংকৰ কিবা এটা দেখাৰ দৰে কাকতিৰ মুখলৈ চালে।

'শুনা ভট্ট, সেইদিনা তোমাক ঘৰত থৈয়েই মই ল'ৰাটোক বিচাৰি পিতনিখনলৈ যাম বুলি মনতে পাঙিছিলোঁ। লৰালৰিকৈ দুই-চাৰিজনৰ সমাগম পিতনিখনত ঘটাব পাৰিলে কিবা ভাল হ'লেইহেঁতেন কিজানি। কিন্তু তুমি মোক এৰি নিদিলা, কাৰণ তুমি ভয় খাইছা, আৰু মই ভয় খালোঁ তোমাক দেখি। বুইছা - ল'ৰাটোৰ ক্ষতিতকৈও নিজৰ শাৰীৰিক ক্ষতিৰ বাবে তোমাৰ মনত সুপ্ত হৈ থকা ভয়ৰ ৰূপ সেইদিনা তুমিও দেখিলা, ময়ো দেখিলোঁ, তাৰ পিছতো তুমি মোক স্বাৰ্থপৰ বুলি ক'ব পাৰানে?'

কথাখিনি কৈ কাকতিৰ সামান্য ফোপনি উঠিল। ভট্টাচাৰ্যই বিস্ফোৰিত নেত্ৰে কাকতিলৈ চাই হঠাৎ উভতি ঘৰৰ ফালে খোজ ল'লে।

আবেলিলৈ কাকতি অনুশোচনাত দগ্ধ হৈ ভট্টাচাৰ্যৰ ঘৰলৈ যাবলৈ ওলাওঁতেই দেখিলে ভট্টাচাৰ্য নিজেই তেওঁৰ ঘৰ সোমাইছে।

'ওলোৱা, অলপ ফুৰি আহোঁ, ওচৰতে।'— ভট্টাচাৰ্যই গম্ভীৰ সুৰত ক'লে।

দুয়ো গৈ প্ৰাতঃভ্ৰমণৰ সময়ত সদায় বহা চাহ-বিস্কুট বিক্ৰী কৰা চালিঘৰৰ সমুখৰ বেঞ্চখনত বহিলগৈ। ভট্টাচাৰ্যক দেখিলেই গম পোৱা যায় মানুহজন ভিতৰি বিধ্বস্ত হৈ গৈছে।

'কাকতি, তুমি অথনি খণ্ডৰ ভমকত কোৱা কথাকেইটা আখৰে আখৰে সঁচা! মই আজি দিনটো ভাবি ভাবি আচল কথাটো গম পালোঁ। আচলতে আমি ইজনে সিজনৰ বাবে একোখন আইনা হৈ আছোঁ।'

'মানে?'

'মানে তুমি মোৰ গাত নিজকে দেখা, সেয়ে মোৰ সাহস আৰু মোৰ আত্মবিশ্বাসৰ বাবে মোক প্ৰশংসা কৰা, আৰু মই তোমাৰ গাত নিজকে দেখি ভয় আৰু অনিশ্চয়তাৰ বাবে তোমাক মাজে মাজে সমালোচনা কৰোঁ। তেনেকৈয়ে চলি আছিলোঁ আমি অতদিন। বুজিছাতো?'— কিবা দুৰ্ঘটনাৰ বতৰা দিয়াৰ সুৰত ভট্টাচাৰ্যই ক'লে।

হঠাৎ ভট্টাচাৰ্যৰ মাতটো থোকাথুকি হৈ পৰিল। চাৰিওফালৰ কোলাহলৰ মাজতে কাকতিৰ হাতখনত ধৰি তেওঁ কৈ উঠিল, 'কাকতি, ভাই- মোক সহায় কৰা। ভয়-সন্দেহৰ এই মেৰপেচৰ পৰা মোক উদ্ধাৰ কৰা। তোমাৰ বাহিৰে আৰু এই ক্ষেত্ৰত মোক সহায় কৰিব পৰা কোন আছে কোৱা?'

মৌন কাকতিয়ে ইখন হাতেৰে ভট্টাচাৰ্যৰ কান্ধত সজোৰে এটা টিপা দিলে।

পিছদিনা গধূলি কাকতিৰ অনুৰোধত ওলাই গ'ল তেওঁলোক, আৰু পুনৰ একেখন বেঞ্চতে বহিলগৈ। যোৱা চৌবিছ ঘণ্টাত কাকতিয়ে এটা নতুন সিদ্ধান্ত লৈ আহিছে।

'মনত পৰেনে বন্ধু', বেঞ্চত বহিয়েই কাকতিয়ে আৰম্ভ কৰিলে, 'তুমিয়েই এদিন কৈছিলা, সাহস গোটাবৰ হ'লে সাহসী কাম নিজৰ ইচ্ছাৰ বিৰুদ্ধে হ'লেও জোৰকৈয়ে কৰিব লাগে, কিন্তু আমাৰ তেনে সুবিধাই নাই। শুনা, এতিয়া সেই সুযোগ ওলাইছে। মই তোমাক লৈ সাহসী কামত নিজৰ ইচ্ছাৰ বিৰুদ্ধে গৈও এবাৰ লাগি চাব খুজিছোঁ।'

'কি কাম?', ভগ্নপ্ৰায় ভট্টাচাৰ্যই একপ্ৰকাৰ অবিশ্বাসৰ সুৰতে সুধিলে।

'আমি বকুলৰ সন্ধানত ওলাব লাগিব। শেষ পৰ্যন্ত তাৰ কি হ'ল, বাকীকেইটাই তাক ক'ত কি কৰিলে সেইটো অনুসন্ধান কৰি উলিয়াব লাগিব। আমাৰ মনৰ সকলো অশান্তিৰ মূলতে যি ঘটনা, তাৰ অনুসন্ধান বিপদজনক হ'লেও সাহসী কাম!', কাকতিয়ে কথাখিনি কওঁতে ইচ্ছা কৰিয়েই কেৱল তোমাৰ বুলি নকৈ আমাৰ বুলি ক'লে।

'কিন্তু কেনেকৈ?'

'সেইটোৱেইতো চেলেঞ্জ। চাৰিওফালে ঘূৰাঘূৰি কৰি খবৰ উলিয়াব লাগিব। বিভিন্ন উৎসৰ পৰা খবৰ গোটাম। সিহঁত কোনো অন্য গ্ৰহৰ পৰা অহা প্ৰাণী নহয়, ইয়াৰে ল'ৰা। সিহঁতৰ বিষয়ে জনা, সিহঁতক চিনি পোৱা সিহঁতৰ বন্ধু-বান্ধৱ বা আন মানুহ এই অঞ্চলত নিশ্চয় ওলাব। অনুসন্ধানৰ প্ৰাথমিক খবৰ অন্ততঃ ওচৰ-পাজৰৰ অঞ্চলৰ পৰাই নিঃসন্দেহে গোটাব পৰা যাব।'

কাকতিয়ে লক্ষ্য কৰিলে ভট্টাচাৰ্যৰ মুখখন কিছু পোহৰ হৈছে। সুদূৰত চকু থৈ মানুহজনে খন্তেক চিন্তা কৰিছে আৰু মানুহজনৰ চকুলৈ এক নতুন জ্যোতি আহিছে। কিবা এক আপুৰুগীয়া বস্তুৰ পুনৰুদ্ধাৰৰ সম্ভাৱনীয়তাত মানুহজনে যেন এক পুলকজড়িত শিহৰণ অনুভৱ কৰিছে। হঠাৎ কাকতিৰ হাতখন এৰি তেওঁ নিজৰ হাত এখন মুঠি মাৰি ইখন হাতৰ তলুৱাত জোৰেৰে এটা ভুকু মাৰিলে।

'ঠিক আছে, তেনে সেয়ে হওক। এই মুহূৰ্তৰ পৰাই বকুল নামৰ সেই যুৱকৰ সন্ধানত ওলালোঁ, আৰু তাৰ একো শুংসূত্ৰ নোপোৱা পৰ্যন্ত ক্ষান্ত নহওঁ বুলি সিদ্ধান্ত ল'লোঁ।'

লগে লগেই দুই বন্ধুৱে কামত ধৰিলে। প্ৰথমে সমুখৰ চাহ-বিস্কুট বিক্ৰী কৰা চালিঘৰটোৰ পৰাই আৰম্ভ কৰিলে তেওঁলোকে। বকুল নামৰ ল'ৰা এটা, এনেকুৱা চেহেৰা, ইমান ওখ, চুলিৰ কাট এনেকুৱা — জানা নেকি? গধূলি শেষ হোৱাৰ আগতেই সম্ভৱপৰ কেইবাঠাইতো সোধপোছ কৰিলে তেওঁলোকে। দ্বিতীয় দিনা বলখেলা ফিল্ডত আবেলি কাৰোবাক কাৰোবাক সুধিলে — বগা মাকুতি ভান এখন, ধন নামৰ ল'ৰা এটা, পিষ্টল-তিষ্টলো হাতত থাকে কেতিয়াবা, চিনি পায় নেকি? ক'ত থাকে কি কথা কিবা জনাব পাৰে নেকি? তৃতীয় দিনা দুই কিলোমিটাৰ দূৰলৈকে ক্লাবঘৰ বা ডেকা ল'ৰাৰ আড্ডাৰ থলী যিমানবোৰ আছিল তাত সোধপোছ কৰা হ'ল। পিতনিখনৰ সিটোফালৰ তৰ্জাৰ বেৰ দিয়া দোকানঘৰবোৰতো সোধা হ'ল।

প্ৰত্যেকদিনাই নিজৰ অভিযানত ঘূৰি ঘূৰি আহি তেওঁলোকে চাহ-বিস্কুট বিক্ৰী কৰা চালিৰ সমুখৰ তেওঁলোকৰ আপোন বেঞ্চখনত বহি ক্ষন্তেক জিৰায় আৰু পিছদিনা ক'ত ক'ত ঘূৰিব তাৰ আঁচনি সম্পূৰ্ণ কৰি ঘৰলৈ আহে।

কাকতিয়ে লক্ষ্য কৰিলে এইকেইদিনতে ভট্টাচাৰ্য অনেকখিনি সজীৱ হৈছে। হয়ত উদ্যম তেওঁৰ অকণ অকণকৈ অনেকখিনি ঘূৰি আহিছে। কিন্তু আন এটা কথা লক্ষ্য কৰিহে কাকতি কিছু শংকিত হ'ল। সকলো ডেকা ল'ৰাৰ প্ৰতিয়েই ভট্টাচাৰ্যৰ মনোভাৱ যেন কিছু অসহিষ্ণু হৈ পৰিছে। ডেকা ল'ৰাৰ লগত কথা পাতোতে তেওঁ যেন অনাহক উষ্মা প্ৰকাশ কৰি ভাল পোৱা হৈছে। কিবা এক ক্ষতিপূৰণ লাভৰ তাড়নাত, নিজৰ ওচৰতে নিজৰ সন্মান ঘূৰাই পোৱাৰ তাড়নাত ডেকা ল'ৰাৰ লগত কথা পাতিব লগা হ'লেই যেন তেওঁ গুৰু-গোসাঁই নামানি ফি-ফিয়াই খেদি যাব খোজা হৈছে।

এঠাইত কোনোবা কেইটামান ল'ৰাই সুধিছিল, 'আপোনালোকে কিয় বিচাৰি আছে এইবোৰ ল'ৰাৰ খবৰ?'

'লাগে আমাক', ভট্টাচাৰ্যই খাৰাংখাচ উত্তৰ দিলে।

'আপোনালোক এইবোৰত নোসোমোৱাই ভাল নেকি?'

ভট্টাচাৰ্যই উভতি ধৰিলে, 'কিয়? কিয় নোসোমোৱাই ভাল? কি ক'ব খুজিছা তুমি?'

'নহয়, মানে এইবোৰ অচিনাকি ল'ৰাৰ পিছত ঘূৰি ফুৰি কি লাভ? জানেইতো আজিকালি দিন-কাল।'

'তই তাৰ মানে জান সিইতক, কিন্তু নকৱ, কিয়? গুণ্ডীয়াৰ, হেঃ?'

কাকতিয়ে ভট্টাচাৰ্যক লগে লগে হাতত ধৰি টানিলে, 'ছেঃ ভট্ট, গুচি আহাচোন। অনাহকত মানুহক প্ৰৰোচিত কৰি কি লাভ?'

ইতিমধ্যে প্ৰচাৰ হৈ গৈছে কথাটো। পিছদিনা ৰাতি ভট্টাচাৰ্যৰ সৰু পুতেকে ঘৰত জনালেহি— দেউতাকে হেনো কাকতি খুৰাৰ লগত কোনোবা ডেকা ল'ৰাক বিচাৰি আবেলি আবেলি ঘূৰি ফুৰিছে এইকেইদিন।

'নাই নাই, আজি-কালি ইভিনিং ৱাক কৰা কৰিছোঁ। সিদিনা চিনাকি ল'ৰা দুজনমানক ৰাস্তাত পালোঁ। কিবা অনুষ্ঠান খুলিছে বোলে এঠাইত। ঠিক্‌নাতো কি কৈছিল পাহৰিলোঁ-বাবে কাকতিয়ে ময়ে দুই-চাৰিজনক সেই বিষয়ে কিবা জানে নেকি সুধিছিলোঁ, সিমানেই।', মনত সন্দেহ লৈ সৰু পুত্ৰ আঁতৰি গ'ল।

পিছদিনা কাকতিয়ে ক'লে — দুদিনৰ ভিতৰতে চয়-নিচয় কিবা এটা কৰিবই লাগিব। তেওঁৰ পুতেকেও গম পাইছে। দৰকাৰ হ'লে এবাৰ পুলিচৰ কথাটোও পুনৰ ভাবি চাব লাগিব। তেওঁলোকে পুলিচক এতিয়ালৈকে বাদ দি থৈছে অনেক ভাবি-চিন্তি। পুলিচৰ ওচৰলৈ গ'লে সমস্যা বঢ়াৰহে সম্ভাৱনা— কিয় লাগে আপোনালোকক এইকেইটা ল'ৰাৰ খবৰ? আপোনালোকৰ লগত কেনেধৰণৰ সংযোগ ইহঁতৰ?...

সেইদিনা ভট্টাচাৰ্য আৰু কাকতিয়ে খৰখেদা কৰিলে। ঘৰত গম পাইছে যেতিয়া তেওঁলোকৰ অভিযানৰ ইতি পৰিবলৈ বেছি পৰ নাই। খোজকাঢ়ি যোৱাৰ উপৰিও সেইদিনা মাজে মাজে ৰিক্সাত, মাজে মাজে অটোৰিক্সাত উঠি চহৰৰ প্ৰায়বোৰ মদৰ দোকান, ৰেষ্টোৰা, চিনেমা হলৰ ওচৰত দুয়ো টপলিয়াই ফুৰিলে।

গধূলি বেঞ্চত বহি নিৰাশ কাকতিক ভট্টাচাৰ্যই সান্ত্বনা দিলে — 'নহয়, পাই যাম কাকতি, আৰু অলপ ধৈৰ্য ধৰা, কিবা এটা সমিধান পাই যাম — মোৰ মনে কৈছে।'

ভট্টাচাৰ্যৰ ষষ্ঠ ইন্দ্ৰিয়ই কৈছে — তেওঁলোকে সোনকালেই কিবা এটা গম পাব। নিজৰ হৃতসৰ্বস্ব পুনৰুদ্ধাৰৰ চেষ্টাত ৰোমাঞ্চিত হৈ থকা মানুহজনে যেন চহৰখন পাত পাত কৰি ঘূৰি ফুৰোতে খোজেপতি অকণ অকণকৈ হেৰোৱা সাহস আৰু আত্মবিশ্বাস বুটলি গৈ আছে। তেওঁ এই বিচাৰ-খোচাৰ সমাপ্ত হৈ যোৱাটো বিচাৰিছে যদিও মনৰ একোণত ই চলি থকাটোও সামান্যভাৱে কামনা কৰিছে।

ভট্টাচাৰ্যৰ ষষ্ঠ ইন্দ্ৰিয়ই ভুল কোৱা নাছিল। অভিযান আৰম্ভ কৰাৰ পঞ্চম দিনা গধূলি হোৱাৰ পাছত শ্ৰান্ত-ক্লান্ত ভট্টাচাৰ্য আৰু কাকতি ৰিক্সাৰ পৰা নামি চাহ বিকা চালি ঘৰৰ সমুখৰ সদায় বহা বেঞ্চখনত বহিছিলহে মাত্ৰ, ল'ৰা এটা আহি ক'লেহি,

'আপোনালোকক মানুহ এজনে লগ পাব খুজিছে।'

ল'ৰাটোৱে হাতেৰে দেখুওৱা ফালে চাই তেওঁলোকে দেখিলে ত্ৰিছফুটমান আগলৈ ৰাস্তাৰ কাষত এখন টাটা চুম' গাড়ী ৰখাই থোৱা আছে।

'কোন মানুহ? কিয় মাতিছে?', কাকতিয়ে সুধিলে। গলাৰ স্বৰ সামান্য ওপৰলৈ তুলি ভট্টাচাৰ্যই ক'লে, 'তেওঁক ইয়ালৈ মতা বুলি কোৱা'।

'আপোনালোকে বকুলৰ খবৰ জানিব খুজি আছে নহয়?— তেওঁ এই বিষয়ে জানে সকলো।'

কাকতি, ভট্টাচাৰ্য দুয়োজন প্ৰায় একেলগেই থিয় হ'ল। কাকতি আৰু ল'ৰাটোক পিছপেলাই ভট্টাচাৰ্য কোঁ-কোঁৱাই আগবাঢ়িল।

'আহক, বহি লৈ কথা পাতো?'— গাড়ীৰ ভিতৰৰ পৰা কোৱা শুনা গ'ল। কাকতি আৰু ভট্টাচাৰ্যই বিশেষ কিবা গম পোৱাৰ আগতেই দেখিলে যে তেওঁলোক গাড়ীখনত সোমাই বহি পৰিছে। লগে লগে বায়ুবেগে গাড়ীখন চলি যোৱাৰ সময়তহে তেওঁলোকৰ হুচ আহিল আৰু দেখিলে আগে-পিছে, সোঁৱে-বাঁৱে মিলি মুঠ ছজন আছে। আন্ধাৰ হ'বলৈ আৰম্ভ কৰাৰ বাবে মুখবোৰ কাৰো ভালকৈ ধৰিব পৰা নাযায় যদিও সেইদিনাৰ ঘটনাটোত থকা এটাক তেওঁলোকে আগফালে বহি থকা ধৰিব পাৰিলে। 'ভয় নাখাব, আমি একো নকৰোঁ, কেৱল অলপমান কথা পাতিম!', কাষত বহি থকাজনে ক'লে, 'আমি কেৱল জানিব খুজিছোঁ এইকেইদিন আপোনালোকে কিয় আমাৰ খবৰ বিচাৰি ফুৰিছে?'

'তোমাৰ খবৰতো বিচৰা নাই, আমাক বকুলৰ খবৰ লাগে। তাৰ কি হ'ল- কি নহ'ল সেইটো লাগে।' — কাকতিয়ে ক'লে।

'কিয়? বকুল আপোনালোকৰ কি হয়?', ল'ৰাটোৱে কথাত উপৰুৱা গাম্ভীৰ্য সানি ক'লে।

ভট্টাচাৰ্যই নিজৰ মুখলৈ লাহে লাহে তেজ এসোপা উঠি অহা যেন অনুভৱ কৰিলে, 'সি আমাৰ ল'ৰা, হ'লতো!', কাকতিয়ে কিবা ভবাৰ আগতেই ভট্টাচাৰ্যই ঘপহকৈ ক'লে।

'আপোনালোক দুয়োজনেই তাৰ বাপেক নেকি?', কাষৰ ল'ৰাটোৱে সামান্য নাটকীয় ভংগীত পুনৰ সুধিলে।

'অঁ, আমি দুয়োজনেই বাপেক, পিছে?'— ভট্টাচাৰ্যৰ দেখদেখকৈয়ে খং উঠি আহিছে। উত্তৰ দিওঁতে তেওঁৰ স্বৰ লাহে লাহে উচ্চতৰ হৈ আহিছে।

কাষৰজনে এইবাৰ গাড়ীৰ ভিতৰৰ লাইটটো জ্বলাবলৈ নিৰ্দেশ দি পিছলৈ ঘূৰি চাই ক'লে, 'আচ্ছা, পিছফালে এবাৰ চাওকচোন, এইজনেই আপোনালোকৰ পুত্ৰজন হয়নে?'

কাকতি আৰু ভট্টাচাৰ্যই দেখিলে পিছফালে বহি হাঁহি হাঁহি বকুলে তেওঁলোকলৈ চাই আছে। তাৰ কাষত সেইদিনা ভট্টাচাৰ্যৰ কুঁমত পিষ্টল লগোৱাটো। - 'আপোনালোকক

ধন্যবাদ, সেইদিনা বাল পাব হৈ জাঁপ মাৰিবলৈ বুদ্ধিটো নিদিয়া হ'লে কিন্তু মই নিৰ্ঘাত গুলী খালোহেঁতেন। কিন্তু আপোনালোকে এতিয়া মোক কিয় বিচাৰি ফুৰিছে ? শুনক, আপোনালোক এইবোৰৰ মাজত মিছাকৈয়ে নোসোমাব, বিপদ হ'ব। এইবোৰ খেদা-খেদি আমাৰ চলিয়েই থাকে।', কৈয়েই সি আকৌ সামান্য হাঁহিলে।

'কি ?', খং আৰু উত্তেজনাত ভট্টাচাৰ্য থৰথৰকৈ কঁপিবলৈ ধৰিলে। কাকতিয়ে কিবা ক'বলৈ পোৱাৰ আগতেই তেওঁ মুখৰ শেষ লেকামডালো দলিয়াই পেলালে —'কুকুৰ, লাজ নালাগে তোৰ ? এইকেইটাৰ খেদাতে সেইদিনা আমাৰ ওচৰত আতুৰত পৰি কন্দা নাছিলি ? এইকেইটাৰ গুলীৰ পৰা সেইদিনা কথমপি বাচি গলি। বাচিলি নে নাই তাকে জানিবলৈ পাঁচদিন এই দুই বুঢ়াই গোটেইখন চলাথ কৰি ফুৰিছোঁ, এতিয়া তয়ে আকৌ এইকেইটাৰ গাত ধৰা-ধৰি কৰি হাঁহি হাঁহি উপদেশ দিবলৈ আহিছ ?', ভট্টাচাৰ্যৰ কথাত বকুলৰ হাঁহি বন্ধ হ'ল।

'তোৰ কথা ভাবি, তোৰ বাপেৰ-মাৰৰ কথা ভাবি এইকেইদিন আমি যিদৰে হাহাকাৰ কৰি ফুৰিছোঁ, তোৰ বাপেৰ-মাৰে চাগৈ কল্পনাও কৰিব নোৱাৰিব।', কাকতিয়ে ক'লে।

'বাপেৰ-মাৰে ঠিকেই কৰিছে। তোক এৰি দিছে, গুলীৰ আগত উৰি যাবলৈ এৰি দিছে। আমিহে বুৰ্বক। এতিয়াহে ভাবিছোঁ, তই সেইদিনা মৰাই ভাল আছিল, নমৰাটো অন্যায় হ'ল।' — ভট্টাচাৰ্যৰ কথাৰ সুৰ সপ্তমত। সমুখৰ ড্ৰাইভাৰৰ কাষৰটোৱে হাতৰ পিষ্টলটো সামান্য দাঙি ক'লে, 'আপোনালোকৰ আৱাজটো বেছি হৈছে দেই।'

ভট্টাচাৰ্য জাঙুৰ খাই উঠিল — 'কি কৰিবি, মাৰিবি ? মাৰ।' -আগলৈ হাউলি থাপ মাৰি তাৰ হাতখন টানি আনি পিষ্টলটো নিজৰ বুকুত লগাই দিলে তেওঁ।

ল'ৰাটো এই ধৰণৰ প্ৰতিক্ৰিয়া এটাৰ বাবে সমূলি প্ৰস্তুত নাছিল। সি আজোৰ মাৰি হাতখন আঁতৰাই আগলৈ মুখ কৰিলে।

বকুলে পৰিস্থিতি নিয়ন্ত্ৰণাধীন কৰি ৰখাৰ উদ্দেশ্যেৰেই ক'লে, 'আপোনালোক শান্ত হৈ বহি থাকক, আমি আপোনালোকক আগৰ ঠাইত থৈ আহিম, ঐ — গাড়ী ঘূৰা।'

'নালাগে গাড়ী ঘূৰাব। নে চোন ক'লৈ নিয়। বাপেৰ, ৰুৰবাপেৰহঁতৰ বয়সৰ এই দুই বুঢ়াক ক'ত নি মাৰগৈ মাৰচোন।', কাকতিৰ স্বৰো লাহে লাহে উচ্চতৰ হোৱা দেখা গ'ল। ল'ৰাকেইটাৰ ধৈৰ্যৰ বান্ধ লাহে লাহে সুলকি আহিছিল। সিহঁত যে ক্ষুব্ধ আৰু অতীষ্ঠ হৈ আহিছে সেইটো সিহঁতৰ মুখৰ ভিতৰতে মতা অবাইচ মাতবোৰৰ পৰাই স্পষ্ট হৈ পৰিছিল।

'চুপ-চাপ বহি থাকক। বহুত হৈছে, আৰু মুখেৰে নামাতিব।', গাড়ী চলোৱাটোৱে নিৰ্জন ৰাস্তাটোত গাড়ীখন ঘূৰাই থাকিয়েই ক'লে।

'নাথাকো, কি কৰিবি ?'— কাকতিয়ে ক'লে।

'তই নিজে চুপ থাক।'— ভট্টাচাৰ্যৰ মাত।

ল'ৰাকেইটাৰ মুখেৰে এইবাৰ খোলাখুলিকৈয়ে অবাইচ মাত ওলাবলৈ ধৰিলে।

সিহঁতে ইতিমধ্যেই বুজি পাইছে এই দুই বুঢ়াক সিহঁতে একো কৰিব নোৱাৰে। দুই বুঢ়া আঁকৰা মৈত উঠিছে। এনেদৰে উঠিছে যে আধাতে নমাই দিবলৈকো সিহঁতৰ কলিজাৰ জোৰ নোহোৱা হৈ গৈছে। মানুহৰ দৃষ্টি আকৰ্ষণ নকৰাকৈ, কোনো সমস্যাৰ সৃষ্টি নোহোৱাকৈ এওঁলোকক আগৰ ঠাইত নমাই আঁতৰিব পাৰিলেই যেন সিহঁত ৰক্ষা পৰে। সেয়ে উভতি আহি থাকোতে অবাইচ মাতেৰেই নিজৰ ক্ষোভ প্ৰশমিত কৰিব খুজিছে সিহঁতে। অবাইচ মাতকেইটা মাতিয়েই যেন বয়সস্থ মানুহ দুজনৰ মুখৰ মাত বন্ধ কৰি ৰাখিব সিহঁতে।

'ঐ কুকুৰহঁত, তহঁতেহে অবাইচ মাত মাতিব পাৰ নেকি? আমি নোৱাৰোঁ বুলি ভাবিছ নেকি? তহঁতৰ নিচিনা ডেকা নোহোৱাকৈয়ে আমি চিধাই বুঢ়া হৈছোঁ বুলি ভাবিছ নেকি?', কৈয়েই ভট্টাচাৰ্যই কাকতিলৈ চাবলৈহে পালে— 'মাৰেপোহাই!', কাকতিয়ে আৰম্ভ কৰিলেই। থলথলাই কাকতিৰ মুখেৰে অবাইচ মাত বৰষুণ পৰাদি পৰিবলৈ ধৰিলে। আন সময়ত হোৱা হ'লে ভট্টাচাৰ্যই কাকতিৰ মুখত এনেবোৰ মাত শুনি আশ্চৰ্যচকিত হৈ তেওঁৰ ফালে ভূত দেখাদি চাই থাকিলেহেঁতেন। এতিয়া কিন্তু তেওঁ এনেদৰে নিৰ্বিকাৰ হৈ থাকিল যেন কাকতিয়ে আটাইতকৈ মৌলিক আৰু সহজ ধৰ্মীয় কথাকেইষাৰমানহে কৈছে। ভট্টাচাৰ্যৰ এই ক্ষেত্ৰত শব্দভাণ্ডাৰ কম। তেওঁ কাকতিয়ে কোৱা দুটামান অবাইচ মাতকে পুনৰুক্তি কৰিলে আৰু ডেকা বয়সত শুনা অবাইচ মাত অন্য কিবা আছে নেকি মনত পেলাবলৈ চেষ্টা কৰিলে। কিংকৰ্তব্যবিমূঢ় ল'ৰা কেইটাৰ হাঁহি উঠিল যদিও, কিয় জানো, খোলাকৈ হাঁহিবলৈ সাহস নকৰিলে সিহঁতে।

গাড়ীৰ ভিতৰৰ কম পোহৰতে ভট্টাচাৰ্য আৰু কাকতিয়ে দেখিলে আগত বহি থকাটোৱে তেওঁলোকৰ ফালে ঘূৰি লৈ হয়ভৰ দিয়াৰ দৰে মূৰটো ওপৰ-তল কৰি জোকাৰিছে। অবাইচ মাত এষাৰ মুখলৈ আনি সি মূৰটো জোকাৰি জোকাৰিয়েই ভট্টাচাৰ্যৰ ফালে চাই ক'লে, '...., তাও খুব বেছি হৈছে নহয়?', লগে লগে কাষত বহি গহীনাই কথা কোৱাটোৱে 'হেই ৰহ' বুলি তাক মনে মনে থাকিবলৈ ক'লে। কিন্তু সেই মুহূৰ্ততে ফট্‌কৈ ভট্টাচাৰ্যৰ এষাৰ মনত পৰিল — 'ভানচ'ত!'

কাকতিয়ে শব্দটো সম্পূৰ্ণ শুদ্ধ হোৱা নাই বুলি গম পালে যদিও তাৰ চোকটোৱে ঠিকেই কাম কৰিব বুলি গম পাই একো নামাতিলে।

তীব্ৰ বেগত আহি গাড়ীখন চাহ-বিস্কুট বিকা সেই চালিখনৰ পৰা পঞ্চাছ মিটাৰমান আঁতৰত ৰৈ গ'ল।

'নামক,' দৰ্জা খুলি এমূৰে থকাটো নমাৰ লগে লগে ইটো মূৰত থকাটোৱে ভট্টাচাৰ্য আৰু কাকতিক সজোৰে ঠেলা মাৰিলে। পৰি নাযাবৰ বাবে কাকতিয়ে তৎক্ষণাৎ নিজেও নামিল আৰু ভট্টাচাৰ্যকো এক প্ৰকাৰ টানি নমোৱাদি নমাই আনিলে। ভট্টাচাৰ্যই উভতি গাড়ীখনলৈ চাই ক'লে, 'এইবাৰলৈ এৰি দিলোঁ যা, ইয়াৰ পিছৰবাৰ বুকুত গুলী নুকুটুৱালৈকে নানামো, মনত ৰাখিবি।'

তীব্র গতিৰে গুচি যোৱা গাড়ীখনৰ পৰা ল'ৰাকেইটাই কথাষাৰ আধাহে শুনা পালে। ভট্টাচাৰ্য আৰু কাকতি আহি সদায় অহা বেঞ্চখনত বহিলহি।

ডোখৰ ডোখৰকৈ হাঁহি থকা দুয়োৰে মনত ইতিমধ্যেই যে ৰাতি হৈ গৈছে, সেই কথাটো সোমাবলৈও যেন অনেক সময় ধৰি সুকণ্ঠা নাপালে। ❑❑

['আজিৰ অসম' কাকতৰ ২০০৪ চনৰ বজালী বিহুৰ সাহিত্য আলোচনীত প্ৰকাশিত আৰু ২০০৫ চনৰ সৰ্বভাৰতীয় 'কথা' বঁটাপ্ৰাপ্ত।]

# উপান্ত

বহুত দিনৰ মূৰত সি আজি চিটিবাছত উঠিল। দিনটোক মনত ৰাখিব পৰাকৈ মাহাত্ম্য দিয়াৰ উদ্দেশ্যেৰেই যেন স্কুটাৰখন হঠাতে মেৰামতিৰ বাবে গেৰেজত সোমালগৈ। ছিটটোত বহি সি কাষৰ যাত্ৰীজনলৈ চালে— এটা বিশেষত্বহীন চেহেৰা, মাজবয়সীয়া। হয়তো কোনোবা সাধাৰণ চাকৰিয়াল বা ক্ষুদ্ৰ ব্যৱসায়ী। মুখখন স্পষ্টকৈ চকুত পৰা নাই, মানুহজনে খিৰিকীৰে বাহিৰলৈ চাই আছে। এবাৰ ৰোবাৰ পাছত বাছখন চলিবলৈ আৰম্ভ কৰাৰ আগতে স্তুতিয়েও এনেদৰে বাহিৰলৈ চাই থাকিছিল, আৰু বাছখন চলিবলৈ ধৰাৰ লগে লগে নিমিষতে মুখ ঘূৰাই উত্তেজিতভাৱে পুনৰ তাৰ লগত কথাত মচগুল হৈছিল।

যেন কালিৰহে ঘটনা! দৃশ্যবোৰ স্পষ্ট ৰূপত দেখা পালে সি। দুজনীয়া ছিটত গাত গা লগাই ডেৰঘণ্টীয়া ৰাস্তাত আপোনপাহৰা হৈ গৈ আছে— সি আৰু স্তুতি। তাইৰ এখন হাত তাৰ হাতৰ ওপৰত, কিন্তু আন সহযাত্ৰীয়ে গম নাপাবলৈ দুই হাতৰ ওপৰত পেলাই থোৱা হৈছে সেইদিনাৰ বাতৰি কাকতখন। কথাৰ মাজত উৎসাহ-উত্তেজনাৰ কোবত বাতৰি কাকতৰ আঁৰত তাইৰ তলুৱা, আঙুলিত তাৰ হাতৰ সজোৰ চাপ পৰিছে। এটা সময়ত তাই জোকাৰ মাৰি হাতখন আঁতৰাই নিছে। সি তেতিয়াহে বুজিছে তাইৰ সুকোমল হাতৰ বাবে তাৰ হাতৰ চাপ বেছি হৈছে। নিম্ন স্বৰত দুখ প্ৰকাশ কৰি আলফুলে তাইৰ হাতখন পুনৰ তুলি ল'ব খোজোতেই প্ৰায় মনিব নোৱাৰা মিচিকনি এটাৰ ৰেশ চকুৰে-মুখে বোলাই তাই তাৰ ব্যৱহাৰ আৰু আচৰণ সামাজিক হ'বলৈ এতিয়াও বাকী বুলি তাক কৃত্ৰিম ভৰ্ৎসনা কৰিছে। তাইৰ চকুলৈ হঠাতে অহা এটা কৌতুকৰ জিলিক সি দেখা পাইছে। তাই তাক ইংগিতেৰে দেখুৱাই দিছে বাছ মালিকৰ উদ্ভাৱনাৰে যাত্ৰীৰ চকুত পৰাকৈ বাছৰ ভিতৰত ভাষাৰ কছৰৎ — 'আপুনাৰ ব্যৱহাৰেই আপুনাৰ পৰিচয়।'

মাজতে এটা ষ্টপত কলেজীয়া যেন লগা ছোৱালী এজনী আৰু ল'ৰা দুটা উঠিল। সি ল'ৰা দুটালৈ চালে, উলিয়াবলৈ চেষ্টা কৰিলে কোনটো ঢোল আৰু কোনটো টেমেকা। টেমেকা বুলি অনুমান কৰাটোৰ লগত কিয় জানো তাৰ নিজৰ কিছু মিল থকা যেন লাগিল। ইও চাগৈ কলেজত শান্ত, সংকোচপূৰ্ণ অথচ ভিতৰি উত্তেজিত হৈ ঘূৰি ফুৰে।

সি নিজকে চকুৰ আগত দেখা পালে— তাৰ পুৰণা কলেজখনত। কলেজলৈ ওলোৱা-সোমোৱা ৰাস্তাৰ দাঁতিত, গেটৰ কাষত, কেণ্টিনৰ চুকত, কলেজৰ কাষৰ চিটিৰাছ ষ্টেণ্ডটোত সি অপলক নেত্ৰে স্তুতিলৈ চাই আছে। তাইৰ গম পোৱাৰ অৱকাশেই নাই। তাই দলটোৰ মধ্যমণি। হাঁহি আৰু উল্লাসৰ ছিম্ফনিৰ সকলোবোৰ উত্থান আৰু পতন তাইতেই গঢ় লয় আৰু লয় পায়।

তাই গম নোপোৱাকৈয়ে বিভিন্ন সুযোগত সি ওচৰৰপৰা তাইক হেঁপাহ পলুৱাই চায় আৰু নিশব্দে মনৰ ভিতৰতে কয়— তুমি মোৰ, তুমি মোৰ। কিবা এটা প্ৰত্যয়জনিত শক্তি, কিবা এটা সংকল্পৰ সংযোগ আছিল নেকি! সেয়ে আকৰ্ষণীয় স্থানত থকা অনেকৰ অনেক আগ্ৰহ সত্ত্বেও এনে এটা দিন আহিল যে তাৰ বাবে তাই হাতে ঢুকি পোৱা হৈ পৰিল। একেখন বিশ্ববিদ্যালয়, তাৰপাছত একেখন কলেজতে প্ৰবক্তাৰ চাকৰি — এই পৰিক্ৰমাত একেবাৰে ওচৰৰ পৰা সি তাইক পাই গ'ল। ইতিমধ্যেই লেখক হিচাপেও সি এটা চক্ৰৰ মাজত পৰিচিত হৈ পৰিছে। বাছত একেলগে ডেৰঘণ্টাৰ ৰাস্তা অতিক্ৰম কৰি কলেজত চাকৰি কৰা। পুনৰ আবেলি একেদৰেই বাছেৰে উভতি অহা। দিনবোৰৰো যেন ওভতনি। কলেজীয়া ল'ৰা-ছোৱালীৰ দৰেই চঞ্চলমতি আচৰণ, দুয়োৰে— কম-বেছি পৰিমাণে। তাৰ বিশ্বাসেই নহয় তাই যে ইমান সহজেই ওচৰ চাপি আহিল, বিশ্বাসেই নহয় তাইৰ নিচিনা ছোৱালীও যে তাৰ বাবে এদিন ইমান আপোন হৈ পৰিব।

বাছখনত ভিৰ বাঢ়িছে। বতাহ পাব পৰা খালী ঠাই কমি আহিছে। ৰুমাল উলিয়াই সি কপাল আৰু ডিঙিৰ ঘাম মচি ললে। হঠাতে তাৰ মনলৈ আহিল— কেইবছৰমান আগতে এনেকুৱা এটা গধূলিতে এনেদৰেই সি জ্বৰ-ঘামে ঘামিছিল, সম্পূৰ্ণ বেলেগ এটা কাৰণত। কলেজৰ চাকৰিত সোমোৱাৰ এবছৰ হওঁতেই তাই কোৱা আৰম্ভ কৰিছিল। শেষত সি সৈমান হোৱাৰ পাছতো কথাত অভিভাৱকত্বৰ সুৰ বজাই ৰাখি তাই সেইদিনা কৈছিল, — "চিধা-চিধি সোমাই আহিবা, গধূলি দেউতা-মা দুয়ো ঘৰতে থাকে, একো ভয় খাব নালাগে। সহজভাৱে ক'বা— স্তুতিক মই বিয়া কৰাব খোজোঁ, তাইৰো মত আছে।"

"ধেৎ, পাৰি নে কি?"

"হাৰে, নোৱাৰিবা কিয়?"

"ঠিক আছে।"

"ঠিক আছে, আজি গধূলি তেন্তে।"

ঠিক আছে বুলি ক'লেও দিনটো তাৰ ঠিকে যোৱা নাছিল। ক্ষণে ক্ষণে কেৱল শংকা, উৎকণ্ঠা, উত্তেজনা। গধূলিৰ আগে আগেতো পেটটো পকাই অহাৰ দৰে লাগিছিল। দূৰৰপৰা তাইঁতৰ ঘৰটো চকুত পৰাৰ লগে লগে যেন একেবাৰে ভিতৰৰ পৰা ভিতিকি

স্বাদ এটা উজাই আহি মুখ পাইছিলহি। মনৰ ভিতৰতে তাৰ আপোনা-আপুনি ওলাইছিল, 'হে প্ৰভু, কি কৰা যায় এতিয়া? সৌটো ঘৰ। ডাঙৰ গে'টখনৰ পৰা দীঘল পদূলিৰে সুদৃশ্য। মাধৱীলতা নে বগানভেলিয়াজোপা বগাই বাৰাণ্ডাৰ টিঙত উঠিছে। বগাই যোৱা লতাডালৰ লগত খিৰিকীৰ পৰ্দাৰ ৰং মিলাই থোৱা যেন লাগে। গোটেই চৌহদটোতে আভিজাত্যৰ মৃদু অথচ স্পষ্ট চাপ। মই দেখোন এইখন ঘৰৰ লগত কিবা খাপ নোখোৱা ধৰণৰ হ'ম। মই হ'লোঁ বাস্তৱ বুদ্ধিবিবৰ্জিত, কল্পনাবিলাসী, কাগজ-কলমৰ খেলত মত্ত থাকি আনন্দ পোৱা এটা নিতান্ত সাধাৰণ ল'ৰা। চাকৰি এটা আছে, অতি সাধাৰণ হ'লেও নিজাকৈ এটা ঘৰ আছে। কিন্তু এতিয়াও মই অনুভৱ কৰোঁ যে মই সংস্থানহীন। মোৰ না আছে কথা ক'ব পৰা সাহস, না আছে নিজৰ বা পৰিয়ালৰ কিবা সম্মোহনী! কিন্তু তাই যে নাছোড়বান্দা— চিধা-চিধি সোমাই আহিবা। ঠিক আছে, চিধা-চিধি সোমায়েই যাম। কিন্তু হে প্ৰভু, গে'টখনৰ ওচৰ পালোঁহিয়েই দেখোন! খোজৰ গতি কমাব লাগে এতিয়া, সোঁফালে ঘূৰি গে'টখনৰ ওচৰ পাবগৈ লাগে, গে'টখন লাহেকৈ খুলিবগৈ লাগে। হে প্ৰভু, কি কৰা যায়? খোজ, কমি যা তই! সোঁফালে ঘূৰি গে'টৰ ওচৰ পাগৈ তই! হাৰে, হাৰে— গে'টখন পাৰেই হ'লোঁচোন! চাওঁতে চাওঁতে গে'ট পাৰ হৈ বহুদূৰ আগবাঢ়ি গুচি আহিলোঁচোন! কোনোবাই দেখিলে নেকি বাৰু? খিৰিকীৰ পৰ্দাৰ ফাঁকেৰে গে'টলৈ চাই স্তুতি বৈ আছিল নেকি বাৰু?.....'

কোনোবা এটা বৈ আছে — কাষতে, অ' কণ্ডাক্টৰটো— কি হ'ল? অ' ভাৰা। খুচুৰা টকাকেইটা ওভোতাই লোৱাৰ লগেলগেই সি পুনৰ ঘূৰি গ'ল সেই গধূলিটোলৈ।

তাই বৈ আছিল নে কি বাৰু?— তাই বৈ আছিল, পৰ্দাৰ ফাঁকেৰে গে'টত চকু ৰাখি।

পাছদিনা অনেক কৈফিয়ৎ দিয়াৰ অন্তত তাইৰ ঘোষণা —"আজি মই সময় মিলাই গে'টৰ ওচৰতে বৈ থাকিম, নাৰ্ভাছ হোৱাৰ আগতেই তোমাক গেট খুলি ভিতৰলৈ লৈ যাম। কাগজৰ পাতত সাহসী চৰিত্ৰৰ বৰ্ণনা পাত ভৰাই লিখিব পাৰা, নিজৰ বেলিকা কিন্তু...."

সঠিক সময়ত সঠিক ৰূপত তাক আগবঢ়াই নিছিল তাই। সিহঁতৰ যুগ্ম জীৱন পৰিক্ৰমাৰ সেয়াই সূত্ৰপাত। ন-কইনা হৈ তাই প্ৰথম ঘৰ সোমোৱাৰ দিনটোৰ কথা সি মনত পেলালে। সেইদিনাৰপৰা একেলগে পাৰ কৰা তিনিটা বছৰৰ ধাৰাবাহিক দৃশ্যাৱলী কেইটামান মুহূৰ্তৰ ভিতৰতে তাৰ মনৰ মাজেৰে পুনৰ এবাৰ পাৰ হৈ গ'ল। তাইৰ মৰমত ডুবি থাকি সেই তিনি বছৰত তাৰ কলমেৰে ওলাইছিল কেইবাটাও জীৱনযাপনৰ আনন্দেৰে ভৰা কাহিনী। গৰ্ব আৰু আনন্দ মিহলি সুৰত তাই সুধিছিল — "কাগজত যে চৰিত্ৰবোৰৰ হাঁহি-কান্দোনৰ মাজত সোমাই থাকা, সিহঁতলৈ বাৰু তোমাৰ কিমান মৰম?"— "তোমাৰ বাবে থকাখিনিতকৈ অলপ কমাই দিলে যিমান হ'ব ঠিক সিমানমান!" — "ইস" বুলি

ঈষৎ হাঁহিবে তাই উচাৎ মাৰি আঁতৰি যোৱাৰ পৰত সি খেদা মাৰি ধৰিব পৰা নাছিল, তাৰ আগতেই তাই দৌৰি কোঠাৰ বাহিৰ হৈছিল।

নিশব্দে হঁহা সত্ত্বেও কাষৰ যাত্ৰীজনে কিবা গম পালে নে কি, মূৰটো ঘূৰাই মানুহজনে তাৰ ফালে চালে। সি লগে লগে হাঁহি সামৰিলে। একে ধৰণৰ কথা বিয়াৰ আগতে পাৰ্কৰ বেঞ্চত বহি কিন্তু তাই অন্য ধৰণে কৈছিল। পাৰ্কৰ বেঞ্চত বহিল কি নবহিল, প্ৰতিটো বাক্যৰ লগে লগে অলপ অলপকৈ বেঞ্চত বহি বহিয়েই সি তাইৰ ওচৰ চাপি আহি থাকে। গাত গা লগাই, বাহুত বাহু লগাই বহিলেহে শান্তি পাব যেন।

"উস! খন্তেকৰ বাবে অকমান আঁতৰে আঁতৰে বহিও কথা পাতিব নোৱাৰি নে কি?" —তাই সোধে।

" নোৱাৰি।"

"জানো দিয়া, তুমি যিমানেই নেদেখুউৱা, আচলতে মোতকৈ কাগজত বিচৰণ কৰি থকা তোমাৰ সেই চৰিত্ৰবোৰলৈ তোমাৰ বেছি মৰম।"

তাৰ হাঁহি উঠি যায়। এইবাৰ কাষৰ যাত্ৰীজনে ধৰিব নোৱাৰাকৈ মুখৰ ভিতৰতে সি হাঁহিলে।

হেণ্ডিমেনটোৱে উপৰ্যুপৰি মৰা চিঞৰত বাছষ্টপটোৰ নামটো শুনি সি আচৰিত হ'ল। ইমান দূৰ কেতিয়া অতিক্ৰম কৰিলে গমেই নাপালে। সময় ইমান অতৰ্কিতে পাৰ হৈ যায়! স্তুতিৰ লগত সংসাৰ কৰা এই তিনিটা বছৰো যে কেনেকৈ ক্ষিপ্ৰগতিত পাৰ হৈ গুচি গ'ল! এৰা অজানিতেই পাৰ হৈ যায় সকলোবোৰ মধুৰতা। ফিৰিঙতিৰ দৰে জ্বলি নিমিষতে ছাই হয় স্বপ্ন, মোহ, স্নেহ। ভাগি চুচুৰ্মে হয় আশা-উৎসাহৰ সংসাৰ....

তাক এতিয়াও কোনোবা কোনোবাই সোধে— কি কাৰণ? সিও ভাবে, কাৰণ বুলি ক'বলৈনো কি কি? তাৰ মাক-দেউতাক আৰু ভনীয়েকজনীৰ লগত তাই মিলিব পৰা নাছিল। ঠিক আছে, মাক-ভনীয়েকহঁতৰ বাৰু তাইৰ প্ৰতি পৰ্যাপ্ত স্নেহ আৰু সন্মানৰ ভাব নাছিল। কিন্তু কেৱল সেইটোৱেইনে? বিষয়-সম্পত্তি আহৰণৰ ক্ষেত্ৰত তাৰ ব্যৱহাৰিক বুদ্ধি অনেক কম বুলিও তাই যথেষ্ট মনোকষ্টত ভুগিছিল। সি এতিয়াও মাজে মাজে বিবুধিত পৰে — শুদ্ধ কি আছিল, অশুদ্ধ কি আছিল? তাই তাক বেলেগ এটা ঘৰ লৈ থাকিবলৈ পেৰি আছিল। কিন্তু ঘৰখনক এৰোঁ বুলিয়েই সি এৰা দিয়ে কেনেকৈ? পৃথিবীত মূৰ দাঙি পৰিচয় দিবলৈ এধানিমান হ'লেও যি সাহস, সেইকণ সদৰেপৰা এই ঘৰখনেই যোগাইছে। সেইটোকেইবা অস্বীকাৰ কৰে কেনেকৈ? আগতে যিমানবাৰেই বিফল নহওক লাগিলে, এই মুহূৰ্তত কিন্তু তাৰ এটা প্ৰত্যয় জন্মিল যে কাষৰ যাত্ৰীজন যদি আজি সেইজন নহৈ স্তুতি হ'লহেঁতেন, সি আজি সফল ৰূপত বুজাব পাৰিলোহেঁতেন,— 'ভাবি চোৱাচোন, যাওঁ বুলিয়েই ওলাই গৈ বেলেগ ঘৰ ভাৰা কৰি থকাটো সঁচাকৈয়ে সম্ভৱ আছিলনে?

মোৰ লগতে সেইটোতো তোমাৰো সন্মানৰ প্ৰশ্ন জড়িত আছিল, আজিও আছে!'

'আজিও আছে?' — তাই হয়তো শান্ত কণ্ঠে সুধিব।

'অঁ, এতিয়া হয়তো বেছিকৈয়ে আছে। তুমি কিমানখিনি জানা ক'ব নোৱাৰোঁ, দেউতা পক্ষাঘাত ৰোগী হৈ বিছনাত, ভনীজনী বিবাহসূত্ৰে আঁতৰি গৈছে। তুমি গুচি অহাৰ পাছত মা-দেউতাই যিদৰে বাৰম্বাৰ কৈছিল— সংসাৰখন থানবান হ'বলৈ নিদিবি, বোৱাৰীয়ে যি কৈছে তাকে কৰ, ভনীজনীয়ে ঠিক একেদৰেই অনেক দিন কৈছিল — নবৌক ঘূৰাই আনি তহঁতে বেলেগে ঘৰ লৈ থাক, নবৌৰ লগতে নিজৰো জীৱনটো এইদৰে আলাই-আথানি নকৰিবি।'

ষ্টপ এটাত সাধাৰণ কাপোৰ-কানিৰ মাইকী মানুহ এজনী এহাতেৰে ডাঙৰ মোনা এটা ধৰি ইহাতেৰে সৰু সৰু দুটা ল'ৰা-ছোৱালীক টানি-আঁজুৰি লৰালৰিকৈ বাছৰপৰা নামিছে। সি খিৰিকীৰে দেখিলে— নমাৰ পাছত খেনখেনাই থকা কাৰণে সৰুটোক মানুহজনীয়ে ঢকা এটা মাৰি কোলাত লৈছে। কণমানি এটাক কোলাত লোৱাৰ আমেজটো এইখিনি সময়ত মানুহজনীৰ বাবে একেবাৰে তুচ্ছ হৈ পৰিছে। স্তুতিয়েও কোলাত ল'বলৈ কণমানি এটা পোৱা হ'লে কথাবোৰ ইমান সোনকালে ইমান জটিল হৈ নপৰিলহেঁতেন চাগৈ! কিন্তু তাইতো কৈয়েই দিলে —তাইৰ কোলালৈ কণমানি এটা যদি আহিবই লাগে, সি আহিব বেলেগ এখন ঘৰত, কেৱল তাইৰ নিজৰ এখন ঘৰত। সি বাৰে বাৰে বুজাবলৈ চেষ্টা কৰি বিফল হৈছিল। তাইৰ মাকেও একাধিকবাৰ তাৰ সমুখতে জীয়েকক কৈছিল— "তই বহুত কৰিছ, বহুত সহিছ, ইয়াতকৈ বেছি তোৰ দৰকাৰেই বা কি?"

দীৰ্ঘ নিশ্বাস এটা এৰি দি সি ভাবিলে, —আচলতে সি একো নাজানে। যিমানেই মানুহৰ চৰিত্ৰৰ বিভিন্ন দিশ দেখুৱাই কাগজত সি কাহিনীৰ সৃষ্টি নকৰক, আচলতে মানুহৰ চৰিত্ৰৰ জ্ঞান তাৰ কেৱল কল্পনাতে সীমাবদ্ধ। সেয়ে চাগৈ কাগজ-কলমকে তাৰ যন্ত্ৰণাৰ উপশম ঘটোৱাৰ উপায় হিচাপে লৈ সি এতিয়াও মাজে মাজে তাইলৈ চিঠি লিখি স্মৃতিবোৰ সজীৱ কৰে। চিঠি লিখি নিজৰ বিছনাৰ কাষৰ ড্ৰয়াৰটোতে ভাঁজ দি সুমুৱাই থয়, আৰু তাতেই সেইবোৰ পুৰণা হয়। কোনো কথা নাছিল, পুৰণা হৈ হৈয়ে সেইবোৰ এটা সময়ত অপ্ৰাসংগিক হৈ গ'লহেঁতেন। কেৱল মনটোক কিবা এটা কৰি কাবুত ৰাখিব পৰা হ'লে! কাম-কাজৰ মাজতে যে আচম্বিতে তাইৰ স্মৃতিয়ে আচৰিত ধৰণে খুন্দা মাৰি দি মনটোক বিহুল কৰি তোলে —"খালী বহি বহি লিখিয়েই থাকিবা, নে গা ধুবা? ...কলেজৰ লেকচাৰাৰ বুলিয়েই কেৱল বুঢ়া মানুহৰ দৰে পাতল একৰঙী চাৰ্টবোৰ পিন্ধিব লাগে বুলি ক'ত লিখা আছে? এইবাৰ দৰমহা পালেই তোমাৰ কাৰণে চেক চাৰ্ট দুটা কিনিম, তুমি নিপিন্ধা পেলাই দিবা, কিন্তু মই কিনিমেই!" —তেতিয়া তাৰ উপায় নোহোৱা হয়। অস্থিৰতাৰ অৱসান বিচাৰি সি পুনৰ এবাৰ লিখিবলৈ লয় তাইলৈ। দীঘলীয়া চিঠিত সি লিখে মান-অভিমানৰ

তুচ্ছ কথাৰপৰা আঁতৰি, অপ্ৰয়োজনীয় স্বাভিমানৰ ওপৰলৈ উঠি চেনেহেৰে বুকু গধুৰ কৰি সিহঁত দুয়ো পুনৰ একেলগ হোৱাৰ সম্ভাৱনাৰ কথা। সি লিখে কেৱল প্ৰেম আৰু আনন্দৰ যিকেইটা ক্ষণ সিহঁতে সিহঁতৰ যুগ্ম জীৱনত পাইছিল তাকে সম্বল কৰি পুনৰ একেলগে হাতত হাত ধৰি যাত্ৰা আৰম্ভ কৰাৰ সম্ভাৱনাৰ কথা। অকপটে লিখে এতিয়াও তাইৰ সান্নিধ্যৰ সুৰভিয়ে তাৰ জীৱন ওপচাই দিব পাৰে বুলি থকা তাৰ অনুভৱৰ কথা। সেইখিনি সময়ত তাৰ এনে লাগে যেন লিখি থকা মানেই তাইক ওভোতাই পোৱাৰ লক্ষ্যটোৰ দিশত আগুৱাই যোৱা। কিন্তু লিখা শেষ কৰি ক্ষন্তেক তভক মাৰি ৰওঁতেই সি গম পাই যায়— তাৰ কোনোদিন এই চিঠি তাইক দিয়া নহ'ব। এয়া কেৱল এক কছৰৎ, বাচি থকাৰ বাবে উদ্ভাৱন কৰি লোৱা এটা নিজস্ব উপায়। বাচি থকা মানেইতো সেই সম্ভাৱনাক জীয়াই ৰখা, য'ত আছে— তাই হঠাৎ কিবা উপায়েৰে তাৰ চিঠি পঢ়িবলৈ পাইছে, পাই সঁহাৰি দিছে, তাই আৰু সি পুনৰ সকলো পাহৰি জীয়াই থকাৰ গান গাইছে। চিঠি ভাঁজ লাগি বিছনাৰ কাষৰ ড্ৰয়াৰটোত সোমাই যায়।

কণ্ডাক্টৰৰ লগত কোনোবা এজন যাত্ৰীৰ ভাৰা লৈ কিবা বাক-বিতণ্ডা হৈছে। কণ্ডাক্টৰটোৱে অভদ্ৰভাৱে কৈছে— "এইখন ডিলাক্স হয়, নাজানে যদি উঠে কিয়?" সকলোৰে সহিষ্ণুতা কমি আহিছে, খং-ক্ষোভ বাঢ়ি আহিছে— সি ভাবিলে। সি কিন্তু তাইৰ প্ৰতি কোনোদিনেই কোনো স্থায়ী ক্ষোভ ধৰি ৰাখিব পৰা নাই। সেই কাৰণেই তাই মাকৰ ঘৰলৈ গুচি যোৱাৰ পাছতো কেইবাদিনো সি আনিবলৈ গৈছিল। কিন্তু তাই একেটা কথাই বাৰে বাৰে কৈছিল — "গৈ লাভ নাই, তুমি —তোমাৰ সেইখন ঘৰ শুধৰণিৰ বাহিৰত...।" সি কেৱল মৌন আকৃতিৰে তাইৰ সমুখত থিয় হৈ আছিল আৰু তাই অগ্নিস্ফুলিংগৰ নিচিনা শব্দবোৰ নিৰ্দয়ভাৱে তাৰ প্ৰতি নিক্ষেপ কৰি গৈছিল আৰু প্ৰতিবাৰেই শেষত চকুপানীৰে সেই পৰ্ব সমাপ্ত কৰিছিল। শেষৰদিনা তাই যেতিয়া তাক স্পষ্টৰূপত আৰু নাহিবা বুলি শেষ কথা শুনাই দিছিল, সেইদিনা কিন্তু তাৰ লগতে তায়ো শান্ত হৈ আছিল।

তাই আগৰ চাকৰি এৰি এই চহৰতে কলেজ এখনত সোমাবলৈ সুবিধা পালে। তাইক সঘনে লগ পোৱাৰ সুবিধা তাৰ কমি গ'ল। তথাপি সি কেইবাদিনো ৰাস্তাত ৰখায়ো তাইৰ লগত কথা পাতিব খুজিছিল। তাই কিন্তু সঁহাৰি নিদিলে, মুখ ঘূৰাই আঁতৰি গ'ল।

এইবাৰ লগৰীক এৰি ঢোল আৰু টেমেকা নামিল। লগৰীয়ে ছিটৰপৰাই খিৰিকীৰে মূৰটো উলিয়াই মিচিকিয়ালে। হঠাৎ ঢোলৰ কিবা এটা মনত পৰাত লৰালৰিকৈ বাছৰ খিৰিকীৰ ওচৰ চাপিছিল, কিন্তু বাছ এৰি দিলে। ইংগিতেৰে সি কিবা এটা ক'লে, লগৰীয়ে বোধহয় বুজি নাপালে। মূৰটো যিমান পাৰে পিছলৈ ঘূৰাই তাই ঢোলক বাৰে বাৰে চোৱাৰ চেষ্টা কৰিলে। কিন্তু বাস্তাৰ লাইটে ভালকৈ পোহৰাব নোৱাৰা ৰাস্তাত ঢোল অস্পষ্ট হৈ

খন্তেকতে হেৰাই গ'ল। মুখখনত তাইৰ কিছু অস্বস্তি, উৎকণ্ঠা বিয়পি পৰিল। দৰকাৰী সময়ত দৰকাৰী অনেক কথা ক'বলৈ থাকি যায়— সি ভাবিলে। তাৰো থাকি গ'ল। নানান ধৰণৰ অনুশোচনাৰ উপলব্ধি স্তুতিয়ে গমেই নাপালে। পোৱা হ'লে হয়তো, কোনে জানে—

বাছখনত ভিৰ বাঢ়িছে, কিন্তু আচৰিত ধৰণে এতিয়া তাৰ গৰম নলগা হৈ আহিছে। বহুত দিনৰ মূৰত ইমানবোৰ স্মৃতি আজি একেলগে উজাৰ খাই উঠিছে। যন্ত্ৰণাৰ মাজতো ৰোমন্থনৰ কিবা এটা আমেজ অনুভৱ কৰিছে সি। তাৰ কাষৰ যাত্ৰীজন যদি স্তুতি হ'লহেঁতেন, সি নিশ্চয়কৈ আজি সুধিলেহেঁতেন— 'কোৱাচোন, আমাৰ মাজৰ এই মানসিক প্ৰাচীৰৰ অৰ্থ কি?' তাই হয়তো খন্তেক তলমূৰ কৰি শেষত এটা এটাকৈ ক'লেহেঁতেন, —'অৰ্থ হ'ল তোমাৰ আপোচহীনতা। তুমিতো আপোচ নকৰা, তুমি সাহিত্যিক মানুহ, উচ্চ আদৰ্শৰ মানুহ, তোমাৰ মতেতো চাগৈ— এই চুটি জীৱনটো কিবা আপোচৰ নামত নষ্ট কৰিবলৈ নে?' কিন্তু তেতিয়াই সি তাইক বুজাই দিলেহেঁতেন যে তাৰ অনুভৱ সম্পূৰ্ণ ওলোটা— এই চুটি জীৱনটো আপোচৰ নামত ব্যয় নকৰাৰ কিবা মানে আছেনে?

হঠাৎ তাৰ অন্তৰখনে হাহাকাৰ কৰি উঠিল —তাইক আজি এইখন বাছতে লগ পাই যোৱা হ'লে! শেষবাৰৰ বাবে সুধি পেলাব পাৰিলেহেঁতেন তাইক ওভোতাই আনিব পৰাৰ পৰ্যায় এতিয়াও আছে নে নাই। তাই হয়তো ক'লেহেঁতেন (ক'লেহেঁতেন নে বাৰু?) — 'তুমিতো ৰাস্তাত দেখিলেও আজিকালি মুখ ঘূৰাই দিয়া। লৰালৰিকৈ আনফালে চাই আঁতৰি যাব পাৰিলেই ৰক্ষা পৰা। তেনে এই প্ৰশ্ন আকৌ কিয় কৰা?' সি যিমান পাৰে সহজভাৱে কৈ দিলেহেঁতেন,— 'লাজ-সংকোচ, বিমূঢ়তাৰ বাবে লৰালৰিকৈ আঁতৰি গ'লেও ঘৰ সোমাই মই কিদৰে ছটফট কৰোঁ — তুমি কি বুজিবা? সেই ছটফটনি নোহোৱা কৰিবলৈ কিদৰে কাগজ-কলম লৈ তোমালৈ লিখিবলৈ বহোঁ — তুমি কি বুজিবা?' 'ক'লে নুবুজিম বুলি কিয় ভাবি লৈছা? মোক ইমানেই নিকৃষ্ট বুলি ...?' —'নাই, নাই, সেইদৰে নক'বা, মোৰ চিঠিবোৰ পঢ়িবলৈ পালে তোমাৰ বিশ্বাস হ'লেহেঁতেন, তোমাৰ প্ৰতি কোনো বেয়া ভাব কোনোদিনেই পুহি ৰখা নাই মই!' —'মইতো জানোৱেই তোমাৰ কোনো বেয়া ভাব নাই, তুমি কাকো বেয়া পাবই নোৱাৰা। সেইটোৱেই মোৰ আপত্তি, তুমি যিহেতু কাকো বেয়া পাব নাজানা, কাকো প্ৰবলভাৱে ভাল পাবও নাজানা!' —'এৰা, মই জানো তুমি মোক জানা, সেইবাবেই মোৰ তোমাৰ ওপৰত এতিয়াও আশা—।'

ষ্টপ এটাত হুৰমূৰকৈ দুজনীমান মহিলা উঠাত সি সম্বিৎ ঘূৰাই পালে। ইয়াৰ মাজত স্তুতিওতো থাকিব পাৰিলেহেঁতেন আজি, একোতো অস্বাভাৱিক কথা নহ'লহেঁতেন।

বাছখন চলিব খুজি আকৌ খন্তেক ৰ'ল। আৰু কোনোবা উঠা যাত্ৰী আছে। বাছৰ দুৱাৰখনলৈ চকু গ'ল তাৰ। দুৱাৰখনত চকু ৰাখি প্ৰায় ৰুদ্ধশ্বাসে বৈ গ'ল সি। স্তুতি, হয়

তায়েই। হুৰমূৰকৈ বাছখনত উঠিছেহি। মানুহৰ ফাঁকেৰেই সি স্পষ্ট দেখা পালে তাইৰ মুখাৱয়ব। লগে লগেই তাৰ অতপৰে থকা অনুভৱৰ বৰণটো দ্ৰুত গতিত সলনি হ'বলৈ ধৰিলে। মুখখন দেখিলেই গম পোৱা যায়— যন্ত্ৰণাদগ্ধ হৈয়ো দৃঢ়মনা, কোমল হৈয়ো জেদী, মৰম আকলুৱা হৈয়ো ক্ষমাহীন, হতাশাগ্ৰস্ত হৈয়ো বেপৰোৱা এই সুন্দৰী নাৰী। হঠাৎ তাৰ মনৰ মাজেদি লেথাৰি নিছিগাকৈ পাৰ হ'বলৈ ধৰিলে মোহভংগৰ পাছত তাই কোৱা অনেক টুকুৰা-টুকুৰ কথা, চাবুকৰ কোব হেন অনেক যন্ত্ৰণাদায়ক সংলাপ, তাৰ ত্ৰুটি-বিচ্যুতি আঙুলিয়াই নিক্ষেপ কৰা অনেক ক্ষুৰধাৰ বাক্য। বাছখনৰ কোনো যাত্ৰীৰে চকুলৈ দৃষ্টি নিবদ্ধ নকৰাকৈ তললৈ মূৰ কৰি স্তুতি তাৰ ফাললৈ আগবাঢি আহিল।

তাইৰ চকুত নপৰিবলৈ সি মানুহৰ আঁৰ লৈ তলমূৰ কৰিলে আৰু ভগবানক খাটিলে তাই যেন পিছলৈ আহি তাৰ ওচৰ নাপায়হি। কিন্তু প্ৰাৰ্থনা অথলে গ'ল। ভিৰৰ মাজত ভালকৈ থিয় হ'বৰ বাবে পিছলৈ আহি আহি তাই শেষত তাৰ একেবাৰে কাষতে থিয় হ'লহি। তাইৰ গাৰপৰা তাৰ গাৰ দূৰত্ব কেৱল পাঁচ-ছয় ইঞ্চি। তাই গম পোৱা নাই, অথচ সি তীব্ৰভাৱে সচেতন। বেয়া ৰাস্তাত, তীব্ৰ বেগী বাছৰ জোকাৰণিত তাইৰ হাত, কিলাকুটি, গা তাৰ হাত, বাহুত ঠেকা খালে। লাহে লাহে তাৰ ওপৰত ভীষণ মানসিক চাপৰ সৃষ্টি হ'বলৈ ধৰিলে। সি যিমান পাৰে কুঁচি-মুচি ছিটটোত সিফালে আঁতৰি যাবলৈ চেষ্টা কৰিলে। কিন্তু ভিৰ, মানুহৰ উঠা-নমাৰ বাবে হোৱা ঠেলা-হেঁচা আৰু গাড়ীৰ জোকাৰণি —এই আটাইবোৰৰ ক্ৰিয়াত তাইৰ হাত, গাৰ লগত তাৰ কান্ধ, বাহুৰ মৃদু ঠেকা-ঠেকি চলি থাকিল। তাৰ কাণ-মূৰ লাহে লাহে ভমভমাই আহিল— হে' প্ৰভু! কাষৰজন যদি এতিয়া নামিবৰ কাৰণে উঠি যায়? তাই নিৰ্বিকাৰ হৈ কিবা ভাবত বিভোৰ হৈ গৈ আছিল। কিন্তু প্ৰতিবাৰ ঠেকা খোৱাৰ লগে লগে তাৰ শংকা, উত্তেজনা বাঢ়ি গৈ থাকিল। কাষৰজন উঠি নগ'লেও হঠাতে যদি থিয় হৈ থাকিয়েই তাৰ উপস্থিতি তাই গম পাই যায়? গম পোৱাৰ পাছত এই ঠেকা-ঠেকি যদি সামান্যভাৱেও তাৰ ইচ্ছাকৃত বুলি তাইৰ ভাব হয়?

অস্থিৰতা আৰু উৎকণ্ঠা চলি থাকিল। কিন্তু তাৰ মাজতেই তাৰ মনটোক নতুন একধৰণৰ ভাবৰ চকমকনিয়ে চুই যাবলৈ ধৰিলে— আচৰিত, যিজনী মানুহৰ লগত এটা সময়ত সি শাৰীৰিক, মানসিক সকলো ফালৰ পৰা একাত্ম হৈ আছিল, যিজনী মানুহৰ লগত একেখন বিছনাত একেখন কাপোৰৰ তলত নিশ্চিন্তে ৰাতিৰ পাছত ৰাতি একেলগে শুই পাৰ কৰিছিল, বিয়াৰ আগৰেপৰাই যিজনী মানুহৰ শৰীৰৰ স্পৰ্শ তাৰ বাবে আছিল তৃষ্ণাতুৰে পোৱা একাঁজলি জল, এতিয়া সেইজনী মানুহৰে হাতত তাৰ গাটো বাছৰ জোকাৰণিত ঠেকা খাওঁতেই সি ভয়-শংকাত একেবাৰে অন্তস্থললৈকে অস্থিৰ হৈ পৰিছে। বাকী যিয়েই নহওক, অস্থিৰ হোৱাটোতো সত্য!

এই সত্যই লাহে লাহে তাক কাবু কৰি আনিলে, তাক সম্পূৰ্ণৰূপে গ্ৰাস কৰি পেলালে। নাই আৰু নোৱাৰি, অসহনীয়! —সি ভাবিলে। তাৰ বাছষ্টপটো পাবলৈ এতিয়াও বহুদূৰ বাকী। হঠাৎ পিছৰ ষ্টপটোত সি ঘপহকৈ থিয় হ'ল, কাৰো ফালে এবাৰলৈও নোচোৱাকৈ তৎক্ষণাৎ মানুহ ফালি ওলাই বাছৰখনৰপৰা নামি পৰিল আৰু কোবাকুবিকৈ ওলোটা ফালে আগবাঢ়ি গ'ল। বাছখন এৰাৰ শব্দ কাণত পৰাৰ পাছত সি খোজৰ গতি কমাই দিলে, এক স্বস্তিৰ নিশ্বাস পেলালে আৰু পুনৰ উভতিল। ভাগৰুৱা খোজেৰে লাহে লাহে উভতি আহি সি বাছষ্টপটোত থিয় হ'ল — পিছৰ বাছখন ধৰিবলৈ। ❑❑

['প্ৰান্তিক' আলোচনীৰ ১-১৫ অক্টোবৰ, ২০০৫ সংখ্যাত প্ৰকাশিত]

# যাত্ৰিক

ওপৰত এজনী বায়েক আৰু তলত এটা ভায়েকৰ মাজত ডাঙৰ হ'লে যে অনেক উপৰুৱা কষ্ট স্বীকাৰ কৰিব লগা হয়, সেইটো বাবাই সৰুতেই, প্ৰাইমাৰী স্কুলত থাকোতেই শিকিছে। বায়েকজনী ডাঙৰ বুলি সাৰি যায়, ভায়েকটো সৰু বুলি সাৰি যায়, কামত পাচিবৰ বাবে সদায় ঘৰখনত তাৰ নামটোৱেই সঘনে উচ্চাৰিত হৈ থাকে, বাবা — আ, শুনচোন। বাবা — আ, আনিলিনে? বাবা — আ, সোনকালে আহঁগৈচোন! বিৰক্তি আৰু বিতৃষ্ণাত বাবা নামটোৰ প্ৰতিয়েই তাৰ একধৰণৰ অনীহা আহি গৈছিল।

তথাপি তৃতীয় শ্ৰেণীমানলৈকে বুজা-নুবুজাৰ মাজেৰেই চলি গৈছিল। কিন্তু হাইস্কুলত সোমোৱাৰ পৰা তাৰ ভাল নামটোৱেও লেঠাত পেলালে। বায়েকজনীয়ে হেনো দিছিল নামটো — লক্ষ্মী, বাপেকে সম্পূৰ্ণ কৰি লক্ষ্মীনাথ কৰিলে। ঠিকেই আছিল, কিন্তু এই যে পিতৃ-পুৰুষৰ পৰা পোৱা উপাধিটো — বেজবৰুৱা, তাৰ লগত লক্ষ্মীনাথটো লগ লাগিলে হৈ যায় অসমৰ স্বনামধন্য সাহিত্যিক এজনৰ নাম। ৰাইজে সাহিত্যৰথী নাম দি পেলাইছে তেওঁক। বাৰম্বাৰ বাবাৰ মনলৈ আহে — বাপেকেতো চিন্তা কৰি চাব লাগিছিল! তেওঁতো জনা মানুহ, ওচৰ-পাজৰৰ সকলোৱে জ্ঞানী মানুহ বুলিয়েইতো কয়। তেনে এজন মানুহেতো চিন্তা কৰি চাব লাগিছিল। বেজবৰুৱা উপাধিটো যিহেতু থাকিবই, লক্ষ্মীনাথ বেজবৰুৱা হৈ গ'লে যে নামটো তাৰ গাত খাপ নোখোৱা এটা নাম হ'ব, খাপ নোখোৱা চোলা গাত পিন্ধিলে জোকোৱাৰ দৰে এই নামটোৰ বাবেও যে লগৰবোৰে তাক জোকাবলৈ সুযোগ পাব, সেইটো বাপেকহঁতে ভাবি চাব লাগিছিল। তাতে আছে শৰ্মা ছাৰ! ইংৰাজী গ্ৰামাৰৰ পিৰিয়ডত পিছৰ বেঞ্চৰ পৰা আৰম্ভ কৰি মাজে মাজে একোটাক প্ৰশ্ন সুধি আগৰফাললৈ আহি থাকে তেওঁ। অমুকে ক... তমুকে কচোন... এইবাৰ - অঁ, তই সাহিত্যৰথী ... লগে লগে তলমূৰ কৰা কেইবাটাৰো খুক খুক কৈ চেপা হাঁহি আৰম্ভ হ'লেই! প্ৰশ্নৰ উত্তৰ জানিলেও বাবা ৰঙা-চিঙা পৰি যায়। কুৰু বাবাই বায়েক, মাক, বাপেক সকলোকে ধৰে - 'তহঁতে আৰু নাম দিবলৈ নাপালি? লক্ষ্মীনাথটোহে পালি?' — বাপেকে বুজায়, 'সাহিত্যৰথী বুলিলে তই বাহাদুৰিহে কৰিব লাগে, সেইটো কিবা জোকোৱা নাম হ'ব পাৰে নেকি?'

'নালাগে মোক বাহাদুৰি কৰা নাম!', চলচলীয়া চকুৰে আধা কোবাঁকৈয়ে তলমূৰ কৰি বৈ যায় সি। মাকে বাপেকক বুজায় — অতি কোমল মনৰ, অতি ঠুনুকা মনৰ ল'ৰা সি, তাক অন্তৰত দুখ নিদিব! উপায় নাপাই বাপেকে হেডছাৰক কৈ ৰেজিষ্টাৰত লক্ষ্মীনাথটো লক্ষ্মীকান্ত কৰি দিয়াতহে ৰক্ষা!

বায়েকে পিছতো বুজাইছিল। বায়েকৰ লগৰে বিনু বাইদেউ, ঘৰৰ গাতে লাগি থকা ঘৰ, দিনটোৰ বেছিভাগ সময় সিহঁতৰ ঘৰতে থাকে, তায়ো বুজাইছিল— 'সদায় কিবা নামটো লৈ জোকাই থাকিবনে? তই যেতিয়া ডাঙৰ হ'বি, জোকোৱা দূৰৰ কথা, তোক নামকাঢ়ি মতা মানুহেই কমি যাব, সকলোৱে তোক দাদা, মামা, বেজবৰুৱা এনেকৈহে মাতিব। ডাঙৰ মানুহ হ'ব পাৰিলেতো কথাই নাই — বেজবৰুৱাদেউ, বেজবৰুৱা ছাৰ, এনেকৈহে মাতিব!' তাৰ পিছৰপৰাই বাবাক এটা কথাই প্ৰায়েই অন্যমনস্ক কৰি পেলাইছিল- - কেতিয়া যে ডাঙৰ হ'ম? কেতিয়া যে উপাধি ধৰি মাতিব পৰা মানুহ হ'ম? কেতিয়া যে আপুনি বুলিব পৰা মানুহ হ'ম?

(২)

কলেজত ইংৰাজীৰ অধ্যাপক ৰয়ছাৰে প্ৰথম যিদিনা অনাৰ্ছ থকাকেইজনক এজন এজনকৈ থিয় কৰাবৰ সময়ত মাতিলে — মিঃ বেজবৰুৱা? সি বুজিয়েই পোৱা নাছিল। মিঃ এল,কে,বেজবৰুৱা— ৰয়ছাৰে পুনৰবাৰ মুখবোৰৰ ওপৰেদি চকু ফুৰাই মাতিলে। হঠাৎ ৰোমাঞ্চিত বাবাৰ মনত খেলালে— এল,কে,বেজবৰুৱা— মানে লক্ষ্মীকান্ত বেবজবৰুৱা— জাঁপ মাৰি থিয় হৈছিল সি।

প্ৰথমে ছেগা-চোৰোকাকৈ আৰু পিছলৈ সঘনাই বেজবৰুৱা সম্বোধন কলেজীয়া দিনবোৰত বাবাৰ কাণত পৰিছিল। আপ্লুত হৈ পৰিছিল সি। এই সম্বোধনে গোটেই মানুহটোৰে মৰ্যাদা কিদৰে কোঁ কোঁৱাই ওপৰলৈ তুলি লৈ যায়! দুৰন্ত আত্মবিশ্বাস আৰু বেপৰোৱা ভাব এটাৰে সি আনকি মাজে মাজে ভাবিছিল— চালা, মানুহৰ চিনাকিটোত কেৱল উপাধিটোৱেই থকা হ'লে!

লক্ষ্মী, লক্ষ্মীকান্ত— সেইটো আছে, থাকিবই, কিন্তু কমি আহিছে। বেজবৰুৱা, মিঃ বেজবৰুৱা বাঢ়ি আহিছে। এদিনতো বায়েকহঁতে কোৱা কথা মনত পেলাই দিব পৰাকৈ প্ৰথমবাৰৰ বাবে বেজবৰুৱা ছাৰ বোলা সম্বোধন এটাও তাৰ কাণত পৰিল। কেণ্টিনৰ পোৱালিৰ মুখতেই হওক লাগিলে— তথাপি বেজবৰুৱা ছাৰ— শব্দকেইটাই কেনে সঞ্জীৱনী মন্ত্ৰৰ দৰে কাম কৰে! আৰু দাদা বুলি যে অপ্ৰত্যাশিত দিশৰ পৰা সম্বোধন এটা আহে! বেজবৰুৱাদা বুলি মাতি যে তাক ধৰাশায়ী কৰি পেলায়—আঃ.....। তাই বেজবৰুৱাদা বুলিছিল। নোকোৱাকৈয়ে তাই জানিছিল লক্ষ্মীদা বুলি মাতিলে সি ভাল নাপাব— জানিবই, মনৰ মিল আছে যে! আচলতে আত্মাৰে মিল! 'বেজবৰুৱাদা, অথনিৰে পৰা কিমান দেৰি বৈ আছোঁ যদি জানিলেহেঁতেন!' —আঃ, কেনে সুমধুৰ, কেনে মন ব্যাকুল কৰা এটা বাক্য! মৰি যাবৰ মন যায়, মুখৰ চিগাৰেটটোৰ জ্বলি থকা আগটোকে ওভোতাই ধৰি চুমা খাই দিবৰ মন যায়।

(৩)

লক্ষ্মীকান্তৰ বিয়া বুলি শুনা পুৰণা বন্ধু বহুতেই প্ৰশ্ন কৰিছিল — 'সেই তাইৰ লগতে নে?', নহয় বুলি জানি কৈছিল, 'ঠিকেই আছে দে, কলেজৰ সংগী মানেই জীৱন সংগী হোৱা হ'লেতো ভালেই আছিল।'

বাবাৰ বিয়া বুলি পোন্ধৰ দিনৰ আগতেই আহি ওলাইছিল বায়েক। বিনু বাইদেউ আহি ওলাইছিল এসপ্তাহ আগতে। উস্, ল'ৰা-ছোৱালী সকলোবোৰ গোট খাই কি হুলস্থূল! হুলস্থূলৰ মাজে মাজেই শুনা গৈছিল বিনু বাইদেউৰ চিএঞৰি চিএঞৰি মৰা হাঁহি। আগলৈ হাঁহিবলৈ থকা হাঁহিবোৰ যেন তেতিয়াই মানুজনীয়ে একেলগে হাঁহি প্ৰায় শেষেই কৰি লৈছিল। কাৰণ বাবাৰ প্ৰথম ল'ৰাটো হোৱাৰ সময়তে তাই নিঃসন্তান হৈয়ে বিধবাৰ সাজ পিন্ধিব লগা হৈছিল। বাবাৰ দ্বিতীয় সন্তান ছোৱালীজনী হ'বৰ সময়ত তাই শহুৰেকৰ ঘৰৰ অত্যাচাৰ সহিব নোৱাৰি মাকৰ ঘৰলৈ ঘূৰি আহিছিল। বাবাৰ দ্বিতীয়জনী ছোৱালী হ'বৰ সময়ত বিনু বাইদেউৰ দেউতাক ঢুকুৱাইছিল। মৃতপ্ৰায়, ভয়লগা চেহেৰাৰ মাকজনী, বিনু বাইদেউ আৰু কাম কৰা ছোৱালী এজনী, আৰু কোনো নাই ঘৰখনত। ঘৰখনলৈ চালেই বাবাৰ বুকুখন গধুৰ গধুৰ লাগিছিল।

সা-সম্পত্তি নথকা নহয়, তথাপি মাকজনী মৰাৰ পাছত বাবাই বিনু বাইদেউক অভয় দিছিল, 'বাইদেউ, তই চিন্তা নকৰিবি দে, মই আছোঁ নহয়, ভগবানে দুখ দিলেও দুৰ্গতি দিব নোৱাৰিব তোক!'

(৪)

বাবা নামৰ মানুহটো ডাঙৰৰ শৰীৰত সোমাল, ঘৰখনত বাবা বুলি মাতিবলৈ মাক-দেউতাক কেতিয়াবাই নোহোৱা হ'ল, আৰু মানুহটোৰ প্ৰতি বিভিন্ন ধৰণৰ অনেক সম্বোধন চাওতে চাওতেই নিক্ষেপিত হ'বলৈ ধৰিলে। ভনীয়েকজনী আৰু ভায়েকটোৰ পৰাহে কেৱল দাদা বোলা সম্বোধন এটা আহিছিল আগতে। কিন্তু কেতিয়া যে কোন ফালেদি দাদা, খুৰা, দেউতা, ককদেউতা সম্বোধনবোৰে তেওঁৰ কাণ ভৰাই তুলিলে তাক তৰ্কিবই নোৱাৰিলে তেওঁ। কেৱল এটা অনুভৱে জোকাৰি গৈ থাকিল— লাহে লাহে কিবা কিবি খহি গৈ আছে আৰু তেওঁ উন্মুক্ত হৈ গৈ আছে।

আগতে তেওঁক জোকাই ব্যতিব্যস্ত কৰা অথাইটংকেইটাৰ এটাক এদিন তেওঁ বাটত পালে। প্ৰথমে চিনিয়েই পোৱা নাছিল। চিনি পায়ো সি আপুনি বুলি সম্বোধন কৰিছিল। 'আপুনি? হেৰা, আজি চিনাকি হোৱা মানুহৰ দৰে কৰিছা দেখোন হে?' লক্ষ্মীকান্তই সচেতন ভাৱেই ক'লে — যদিও তেওঁৰ ভালকৈ মনত আছে তাক কলেজ পাৰ হোৱা লৈকে তই বুলি মাতিছিল।

'এতিয়া আৰু ডেকা ল'ৰা হৈ থকা নাই দিয়াচোন। তুমি বুলি ঘপহকৈ মাতিলে কোনোবাই বেয়াও পাব পাৰে!'

'এৰা' বুলি সৌজন্যমূলক দুই এষাৰ কথাৰে এৰা এৰি হোৱাৰ পাছত ৰাতি লক্ষ্মীকান্তৰ বহু দেৰিলৈকে টোপনি অহা নাছিল। তুমি বৰ মধুৰ শব্দ, তইটো আৰু মধুৰ! সেই শব্দ শুনাৰ পৰা মানুহবোৰ ক'ত কেনেকৈ লাহে লাহে হেৰাই গ'ল তাকে ভাবি তেওঁৰ ভিতৰখনত শূন্যতাই ভৰ কৰি ধৰিছিল।

(৫)

অৱসৰ লোৱাৰ পাছত লক্ষ্মীকান্ত বেজবৰুৱাই ঘৰৰ পৰা ওলোৱা কমাই দিলে। ল'ৰা-ছোৱালী চবকে বিয়া দিয়া হৈ গ'ল। বাগানত চাকৰি কৰা পুত্ৰই লাগ বুলিলেই সহায় কৰে। ঘৈণীয়েকৰ লগত নিত্য-নৈমিত্তিক কথাৰে দিন পাৰ কৰাৰ বাহিৰে আন কাম নাই তেওঁৰ।

পেন্সন আনিবলৈ যাওঁতেই কলেজীয়া দিনৰ বন্ধু এজনে এবাৰ পিছফালৰ পৰা চিঞৰিছিল - 'হেই, লক্ষ্মীকান্ত!', সুমধুৰ শব্দ এটাই যেন দীৰ্ঘ বিৰতিৰ অন্তত পিছফালৰ পৰা মৰমেৰে হাত বুলাই দিলে।

'কি? চিনি পোৱা নাই?'

'পাইছোঁ, পাইছোঁ, ধেৎ!'

'তেতিয়াহ'লে আচৰিত হোৱাৰ দৰে কৰিছ কিয়?'

বাহিৰত কোনো ভাবান্তৰ নেদেখুৱাকৈয়ে লক্ষ্মীকান্তই দ্ৰুতগতিত মানসিক কচৰৎ চলাই গ'ল — ৰুবুল আছিল নে বাবুল আছিল ইয়াৰ নাম? সহজ হাঁহি এটাৰে তেওঁ কেৱল ক'লে, 'মাজ বয়সো পাৰ হৈ গ'ল, ল'ৰা-ছোৱালীৰ বিয়া-বাৰুও হৈ গ'ল, এতিয়া লক্ষ্মী বুলি মতা মানুহ দেখোন বিচাৰিয়েই নোপোৱা হ'লোঁ, হঠাৎ মাজবাটতে লক্ষ্মীকান্ত বুলি কোনোবাই চিঞৰা শুনিলে আচৰিত নালাগিব?'

'এৰা, নাম কাঢ়ি মতা মানুহবোৰ, তুমি-তই বোলা মানুহবোৰ চাওঁতে চাওঁতেই এটা এটাকৈ নোহোৱা হৈ গৈ আছে অ'!....'

(৬)

লক্ষ্মীকান্ত বেজবৰুৱাই ককাৰ বলয়ত সোমোৱাৰ পাছৰ পৰা নিজৰ নামটোৰ কথা প্ৰায় পাহৰাৰ দৰেই হ'ল। ক'ৰবাত আচম্বিতে একোজন বয়োজ্যেষ্ঠ বা সমনীয়াই নামটো মনত পেলাই দিয়ে, সঞ্জীৱনীৰ দৰে কাম কৰা অনুভৱ এটা লগে লগে সাৰ পাই উঠে— আঃ কেনে মনোমোহা! কিন্তু মুহূৰ্ততে মনটো পুনৰ গধুৰ হৈ পৰে — এই নাম ধৰি মাতিবলৈ বাৰে বাৰে কোন আহিব মোৰ ওচৰলৈ? কেতিয়া যে ইমান দূৰ বাট অতিক্ৰমি আহিলোঁ! কোন ফালেদি যে আঙুলিৰ ফাঁকেদি বালি সৰকাদি পুৰপুৰকৈ বছৰবোৰ সৰকি পাৰ হৈ গুচি গ'ল! কোনপাকত যে চাৰিওফালৰ মানুহবোৰৰ বেছিভাগৰেই পৰিচয় জ্যেষ্ঠৰ পৰা সমনীয়া, সমনীয়াৰ পৰা কনিষ্ঠলৈ চকুৰ পচাৰতে ৰূপান্তৰিত হৈ গ'ল! মুহূৰ্ততে সম্বোধনবোৰ কিদৰে যে তই, তুমিৰ পৰা আপুনিলৈ উৰ্ধশ্বাসে লৰ ধৰিলে!

সময়ৰ নিৰৱচ্ছিন্ন বৰষুণে কেনেকৈ যে হৃদয়তলি স্থায়ীভাৱে সেমেকাই পেলালে! ভিতৰি নিৰন্তৰ উচুপনি এটাই আমনি দি থাকে তেওঁক। দূৰৰ পৰা কোনোবা চুলি পকা, তালু ওলোৱা, ছাল কোঁচখোৱা, থুঁতৰিৰ তলৰ পৰা ডিঙিৰ তললৈকে বছীৰ দৰে কিবা এডাল জিলিকি থকা কাৰোবাক দেখিলেই নিজৰ অজানিতেই সজাগ আৰু সতেজ হৈ উঠে তেওঁ — মাতক, মাতকচোন এবাৰ তেওঁ — এই বাবা, এই লক্ষ্মী, হেই লক্ষ্মীকান্ত...।

(৭)

অতীত প্ৰীতিজনিত বিষণ্ণতাই লক্ষ্মী বেজবৰুৱাক অসুস্থ কৰি তুলিলে। হতাশাগ্ৰস্ত হৈ জলকা লাগি বহি থকা মানুহটোৱে খোৱা-বোৱাৰ প্ৰতিও আগ্ৰহ কমাই দিয়া দেখি ঘৈণীয়েক চিন্তাত বিহ্বল হৈ পৰিল। পুতেক-জীয়েকক মাকে মাতি আনিব পাৰে, কিন্তু সিহঁতৰ দ্বাৰা কাম নহ'ব— মাকে জানে। বায়েকজনী থকা হ'লে বুজাব পাৰিলেহেঁতেন— তিনি বছৰ হ'ল বায়েক ঢুকোৱা। একমাত্ৰ বিনু বাইদেউ আছেগৈ কিবা কৰিব পৰা।

বিনু বাইদেউ আহিল, আনৰ লগত সম্পৰ্ক কমাই দিয়া মানুহজনী বাবাৰ কথা বুলি শুনিহে আহি ওলাল।

'কি হৈছে তোৰ বাবা? জুপুকা মাৰি বহি থাকিবলৈ কি হৈছে? খোৱা-বোৱাৰ ফালেও পিঠি দিছ বোলে, কি হৈছে? — উঠ, আৰু কোনো কথা নাই, মোৰ চকুৰ আগতে খাই লচোন!' কি আচৰিত প্ৰত্যয়পূৰ্ণ সেইকেইটা কথা, কি আচৰিত শক্তিসম্পন্ন সেই প্ৰশ্ন — কি হৈছে তোৰ বাবা? — বেজবৰুৱাৰ সকলো মানসিক চাপ যেন কৰ্পূৰৰ দৰে উৰি বতাহত মিলি গ'ল।

লক্ষ্মীকান্ত বেজবৰুৱাই বিনু বাইদেউৰ ঘৰৰ লগত যোগাযোগ ঘন কৰি তুলিলে। নিজ ঘৰৰ গাতে লাগি থকা বিনু বাইদেউৰ ঘৰ। মাজে মাজে বেজবৰুৱা গৈ মাত লগাই আহে। 'অঁ, বাবা আহিছ, বহ!', দুআষাৰমান কথা বায়েকজনীৰ লগত পাতি উভতি আহে মানুহটো। কিন্তু সিয়েই তেওঁৰ মনটোক উদ্বেলিত কৰি তোলে। তেওঁৰ মনত যেন এটা কথা লাহে লাহে স্পষ্ট হৈ আহে — বিনু বাইদেউৰ দৰে তেওঁক নাম কাঢ়ি মাতিব পৰা সকলেই তেওঁৰ মানসিক সম্বল। বায়েকজনীৰ ঘৰৰ পৰা উভতি অহাৰ পাছত তেওঁ আগতকৈ অধিক সতেজ হৈ পৰে — আছে, মূৰৰ ওপৰত অভিভাৱকৰ ছাতি ধৰি থকা আপোনজন মোৰ এতিয়াও আছে, জীৱন পৰিক্ৰমাৰ অন্তিম স্তৰত উপনীত হ'বলৈ এতিয়াও কিছুকাল আছে মোৰ। মোৰ ওপৰত আছে, পৰি গ'লে এতিয়াও দৌৰি আহিব, মূৰ ঘূৰালে এতিয়াও বিচলিত হৈ মূৰৰ ওপৰত বিচনী মাৰি মাৰি ডাক্তৰক মাতিবলৈ হাহাকাৰ লগাব..। মনৰ এচুকত হয়তো তেওঁ গম পায় এই আবেগ-অনুভূতি অৰ্থহীন। তথাপি তেওঁৰ বাবে এই অনুভূতিয়েই তেওঁৰ সুৰক্ষা। এই ভাবানুভূতিৰ লগত জড়িত উপলব্ধিয়েই তেওঁক সতেজ, সক্ৰিয় আৰু উৎসাহিত কৰি ৰাখে।

(৮)

এতিয়াও প্ৰায় প্ৰতিদিন লক্ষ্মীকান্ত বেজবৰুৱাই দুপৰীয়া ভাতকেইটা খাই বিনু বাইদেউৰ ঘৰত তামোলখন খাই আহেগৈ। লাহে লাহে খোজ কাঢ়ি গৈ মানুহজনীৰ বাৰাণ্ডাত উঠিল কি নুঠিল, 'অ' বাবা, আহ! মই তামোল কাটিয়েই থৈছোঁ!', মিহিঁকৈ চকলিওৱা তামোলখন মুখত ভৰালে, দুই-তিনিমিনিটমান কথা পাতিলে, পুনৰ ঘৰলৈ উভতিল। এক বুজাব নোৱাৰা আশা আৰু আনন্দই ঢৌৱাই যায় মানুহটোক। এসময়ত বিনু বাইদেউৰ বিপদৰ সময়ত তেওঁ সঘনাই খবৰ ৰাখিছিল। সেয়ে চাগৈ তেওঁ ভগৱানক কৃতজ্ঞতা জনাবলৈ কাৰণ এটা বিচাৰি পায়— এতিয়াও মই নিজে গৈ বাইদেউজনীৰ খবৰ-খাতি লৈ থাকিব যে পাৰিছোঁ, সেয়াওতো কম কথা নহয়!

'সদায় সদায় দুপৰীয়া ভাতকেইটা খায়েই বাইদেউৰ ঘৰ পাবগৈ লাগে কিয়? ঘৰত কিবা তামোল এখন দিয়া মানুহ নাইনে?', বেজবৰুৱাৰ পৰিবাৰে সামান্য বিৰক্তিৰে সোধে।

'নহয় হে, তুমি বুজি নাপাবা, মোৰ ভাল লাগে!'

'বয়সস্থ মানুহজনী, শান্তিৰে অকমান জিৰাই-শতাই থাকিলেও আমনি কৰাৰ কি দৰ্কাৰ?'

ঘৈণীয়েকক দোষ নিদিয়ে বেজবৰুৱাই। তেওঁ বুজি নাপায়, বিনু বাইদেৱে ভায়েকক দিয়া তামোলখনে কেনেকৈ মানুহটোৰ বাবে দৰবৰ দৰে কাম কৰে সেয়া বুজিব পৰা ক্ষমতা ঘৈণীয়েকৰ স্বাভাৱিকতেই নাই। কিন্তু ঘৈণীয়েকৰ কথাততো সত্যতাও নথকা নহয়। তেওঁৰে বয়সে আশী চুবলৈ ওলাল, বায়েকজনীতো অন্ততঃ আৰু ছবছৰমান ওপৰৰ। ভগৱানে ৰাখিছে দেখিহে! বায়েক-ভায়েক দুয়োৰে যে নিত্যকৰ্মৰ পৰা আৰম্ভ কৰি সকলোবোৰ কামৰ বাবে বিছনাখনেই গতি হোৱা নাই, তাৰ বাবেইতো ভগৱানক ধন্যবাদ দিব লাগে! বিনু নামৰ এই স্নেহময়ী বায়েকজনী যদি নিজৰ অন্তিম মুহূৰ্তলৈকে কাষতে থাকি যায়, তেনেহ'লে সেয়াতো ভগৱানৰ এক মহান আশীৰ্বাদেই হ'ব!

(৯)

বেজবৰুৱাই ঘৈণীয়েকক বুজাই দিছে - 'মই দিনটোৰ ভিতৰত কেৱল এবাৰ বিনু বাইদেউৰ ঘৰলৈ যাওঁ, সেই দুখোজেই যি কাঢ়োঁ, তাত বাধা নিদিবা, হিতে বিপৰীত হ'ব!'

ঘৈণীয়েকজনীয়েও কেৱল পৰিব-ধৰিব বুলিহে ভয় কৰে। নহ'লে তেৰোঁ নুবুজা নহয়। প্ৰায় পঞ্চাছ বছৰ ধৰি মানুহটোৰ লগত সংসাৰ কৰিছে তেওঁ। মানুহটোৰ ভাল লগা বেয়া লগাৰ লগত নিজৰ ভাল লগা বেয়া লগা মিলাই পেলাবলৈ শিকি পেলাইছে। এই মানুহটোৰ অবিহনে তেওঁ বাকী জীৱনছোৱা কেনেকৈ কটাব- এনেধৰণৰ ভাব তেওঁৰ মনত সোমাবলৈ কোনোদিন সুৰুঙাই পোৱা নাই। তেওঁৰ অবচেতনত এটা কথাই দৃঢ়ভাবে খোপনি লৈ পেলাইছে — গিৰীয়েকৰ মৃত্যু তেওঁতকৈ আগতে হোৱা সম্ভৱেই নহয়! নিজ পুত্ৰৰ ক্ষেত্ৰত মাকৰ অবচেতনত যিধৰণৰ ভাব সোমাই থাকে, ঠিক তেনেকুৱা।

ক'বনোবাৰাকৈয়ে যেন মানুহজনীৰ বুকুত মানুহটোৰ প্ৰতি অকণ অকণকৈ গোট খোৱা মৰমবোৰ স্তূপীকৃত হৈ মানুহটোৰ ইচ্ছা- অনিচ্ছাবোৰৰ ওচৰত তেওঁক একপ্ৰকাৰ অসহায় কৰি পেলাইছে। আচলতে মানুহজনীৰ কেতিয়াবা খেলি-মেলি লগাৰ দৰেই হয় — এই মানুহটো তেওঁৰ পুতেক নে গিৰীয়েক?

(১০)

গাধোৱা ঘৰত পিছলি খাই পৰাটো ডাঙৰ কথা নহয়, সচৰাচৰ হৈ থকা এটা দুৰ্ঘটনা। বেজবৰুৱাও পৰিল। বাওঁ আঁঠু, তপিনা আৰু বাওঁহাতৰ মণিবন্ধ— তিনিও ঠাইতে আঘাত পাইছে। মণিবন্ধৰ হাড়ত অতি সামান্য ফাট এটাও মেলিছে।

পুতেক-বোৱাৰীয়েক, জীয়েক-জোঁৱায়েক সকলোবোৰ আহিল। পুতেকৰ পৰিয়ালটোৰ বাহিৰে বাকীবোৰ সোনকালেই উভতিল। পুতেকে বছৰেকীয়া ছুটী লৈ এমাহৰ কাৰণে আহিছে।

'এতিয়াৰ পৰা আৰু খুব সাৱধান হ'ব লাগিব, বয়স হৈছে — কথাটো মনত ৰাখিব লাগিব!', হাতৰ প্লাষ্টাৰ খোলাৰ দিনাই পুত্ৰই ক'লে। বেজবৰুৱাই কেৱল ৰাতি অনুচ্চ স্বৰত ঘৈণীয়েকক সুধিলে, 'হেৰা, ইয়াৰ ছুটী কেতিয়া শেষ হ'ব হে'?'

পুতেকহঁত যোৱাৰ পাছত বিনু বাইদেউৰ ঘৰলৈ যোৱা আৰম্ভ কৰিও বেজবৰুৱাই এইবাৰ কিছু জোকাৰ খালে। দুদিন যোৱাৰ পাছতে ঘৈণীয়েকক ক'লেহি— 'আঁঠুৰ বিষটোৱে লেঠা লগাইছে হে'। পোন্ধৰ-বিছ খোজমান দিয়াৰ পাছতে টনটননি ধৰে, আঁঠুত জোৰটো নাপাই বহি পৰিম যেন লাগে!'

'কিয়নো যাব লাগে? হাতত জোৰ নাই, আঁঠুত জোৰ নাই, তথাপি কিয় খটখটাই ফুৰিব লাগে?'

'কেৱল বিনু বাইদেউৰ ঘৰলৈ দুপৰীয়া এবাৰ কষ্টে-মষ্টে যাম দিয়া!'

'কিয়?'

'বাবা বুলি মাতিব পৰা কেৱল সেইজনী মানুহেই আছেগে। আনৰ মুখত নামটো শুনিলে পাৰ হোৱা দিনবোৰ ঘূৰাই পোৱা যেন লাগে হে!'

গিৰীয়েকে যিয়েই নকওক, বেজবৰুৱাৰ ঘৈণীয়েকে লক্ষ্য কৰিলে যে নিয়মিত খোজ কাঢ়ি বিনু বাইদেউৰ ঘৰলৈ যোৱাৰ সম্ভাৱনা মানুহটোৰ দেখদেখকৈ কমি আহিছে। আঁঠুটোৱে তেওঁৰ বাবে দেখদেখকৈ প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছে। আধা ৰাস্তাতে পৰি যায় বুলি মানুহটোৰ মনলৈ অহা শংকা লাহে লাহে বাঢ়ি গৈছে।

উপায়ান্তৰ নোহোৱাত দিনটো ঘৰতে জুপুকা লাগি বহি থকা মানুহটোৰ বিষণ্ণতাই ঘৈণীয়েকজনীকো চুই যোৱাত ঘৈণীয়েকে শান্ত স্বৰত গিৰীয়েকক ক'লে, 'ইমান মন মাৰি থাকিবৰ একো হোৱা নাই, বিনু বাইদেউৰ ঘৰলৈ গৈ ভাল লাগে, বাইদেউৰ মুখত নিজৰ নামটো শুনিলে ভাল লাগে, সেইবোৰ বুজিছোঁ, কিন্তু দেহাটোলেও চাব নালাগিব জানো?'

দীৰ্ঘনিশ্বাস এটা এৰি বেজবৰুৱাই ঘৈণীয়েকক ওচৰতে মূঢ়া এটাত বহুৱাই ল'লে — 'নহয় বুইছা, মোৰ নামটোতে কিজানি মোৰ দেহাটো সোমাই আছে। নামটো ভালে-কুশলে জীয়াই ৰাখিব পাৰিলে ময়ো চাগৈ ভালে-কুশলে থাকিম!', ঘৈণীয়েকৰ মৌন প্ৰশ্নবোধক চাৱনিৰ উত্তৰত বেজবৰুৱাই পুনৰ কৈ গ'ল — 'নামকাঢ়ি মতা মানুহবোৰ থাকিলে, সেই মানুহবোৰৰ ওচৰলৈ গৈ থাকিব পাৰিলে নামটোও বাচি থাকে। বিনু বাইদেউ নোহোৱা হৈ গ'লে, ভাবি চোৱাচোন, মোৰ বাবা নামটো শুনাৰ কোনো উপায়েই নাথাকিব! লক্ষ্মী নামটোৰ ক'ৰবাত এটুকুৰ আধাটুকুৰ অস্তিত্ব থাকিলেও বাবা নামটো সম্পূৰ্ণ হেৰাই যাব! মোৰ জন্মৰ পিছত জন্ম হোৱা নামটোৰ মই মৰাৰ আগতেই মৃত্যু হ'ব! চোৱাচোন, তোমাৰ বাবেও চাগৈ দুখৰ কথা হৈ পৰিব!'

পিচদিনা দুপৰীয়া হ'বলৈ নাপালেই, শোৱনি কোঠাৰ চকী এখনত বহি থকা অৱস্থাতে বেজবৰুৱাক ঘৈণীয়েকে ক'লেহি, 'কি এইদৰে অথনিৰে পৰা জুপুকা মাৰি বহি আছে, বাহিৰলৈ ওলাই আহক! — ব'লক নহ'লে, লাহে লাহে খোজকাঢ়ি বিনু বাইদেউৰ তাৰ পৰাই আহোঁ! ভয় কৰিব নালাগে, মই লগতে যাম, একো অসুবিধা নহয় — ব'লক!' ❑❑

**['প্ৰান্তশ্ৰী' আলোচনীৰ ৰঙালী বিহু বিশেষ সংখ্যা, এপ্ৰিল, ২০০৪ত প্ৰকাশিত।]**

# জাগৃতি

খবৰ কাগজত প্ৰথমবাৰ চকু ফুৰোৱা শেষ কৰি দ্বিতীয় কাপ চাহ লৈ কাগজকেইখন ভালকৈ পঢ়িবৰ বাবে কঁকালটো পোনাই জওঁতেই নিয়মিত অহাৰ দৰে বন্ধু আহি ওলালহি। দিল্লীত দুবছৰ কটাই পুনৰ আহি কামত যোগদান কৰাৰ মোৰ একমাত্ৰ উৎসাহ হ'ল — বন্ধু আছে, তাৰ নিজৰ ঘৰ-সংসাৰৰ ফালে পিঠি দি হ'লেও, নিজৰ কলেজীয়া শিক্ষকৰ চাকৰিটোৰ ফালে পিঠি দি হ'লেও মোক সংগ দিবলৈ সি আছে। তাৰ সংগ মানে অচলতে মোৰ সমালোচনা আৰু ভৰ্ৎসনা— 'আচলতে তই চকু মেলি চলি ফুৰি থকা, কিন্তু টোপনিত থকা এটা মানুহ, এপাৰেণ্ট্লি এৱেক বাট এক্স্‌চুৱেলি ইন দীপ শ্লীপ— জাগি থকা মানুহৰ ইচ্ছা-আকাংক্ষা থাকে, পৰিকল্পনা থাকে, ভৱিষ্যতৰ প্ৰতি নজৰ থাকে...।' মই একো নামাতো, এইবোৰতো কমেই, সিদিনাতো সি মোক মেলা চকুৰে টোপনি গৈ থকা মানুহৰ পৰা আৰু এখোজ ওপৰলৈ গৈ চলা-ফুৰা কৰি থকা মৰাশ এটা বুলিয়েই কৈছিল।

তাৰ কথা হয়তো সত্য। বিষাক্ত কীটে ডাকি যোৱাৰ পাছত পোৱা যন্ত্ৰণাৰ দৰে যন্ত্ৰণা পায়েই পাৰ হৈ গৈ আছে মোৰ জীৱন। বন্ধ কোঠাত চৌবিছ ঘণ্টীয়া বাতিৰ মাজত যেন সময় অতিবাহিত কৰিছোঁ। গা জুৰ পৰা এছাটি মলয়া বতাহ বা কোমল এচেৰেঙা ৰ'দৰ পৰা যেন মই কেতিয়াবাই আঁতৰি আহিলোঁ।

মামাই কৈছিল, '...দেউতাৰৰ চৰকাৰী স্কুলৰ মাষ্টৰ চাকৰিটোৰ নামত পোৱা ফেমিলি পেঞ্চন আৰু পামৰ খেতিখিনি— তাৰ ওপৰত ভৰসা কৰিয়েই মাৰে তোক কষ্টেৰে মানুহ কৰিলে, মাৰক পিছলৈ কিবা অকমান সুখ দিব পাৰিব লাগিছিল তই —', মামাৰ কথা সঁচা— পঢ়া-শুনা শেষ কৰি ঘূৰি যাম, ঘৰৰ ওচৰতে ক'ৰবাত কিবা এটা কৰি মাৰ লগত থাকিম— চহৰতে ভাল কিবা এটাত সোমাব পাৰিলে মাক লৈ আনিম —বিয়াৰ পাছত ডাঙৰ ঘৰ এটা ল'ব লাগিব, এইবাৰ বোৱাৰী আছে যেতিয়া মায়ে নাহো বুলি নক'ব চাগে...। কিন্তু নহ'ল, এইবোৰ আঁচনিৰ এটাৰো সফল সমাপ্তি নহ'ল। মায়ে যেতিয়া কৈছিল, 'এইবাৰ প্ৰথমে দুদিনমান থাকি লওঁ ৰচোন। তাৰ পাছত গাঁৱৰ মাটি-বাৰীখিনিৰ এটা হেস্ত-নেস্ত কৰি একেবাৰে আহি যাব পাৰিম...', তেতিয়া মাৰ চকু দুটা আনন্দত উজলি উঠিছিল। কিন্তু সেইবোৰ একো নহ'ল— এফালে নীৰা আৰু আনফালে মা, দুয়ো পূবা-পশ্চিমাকৈয়ে থাকি গ'ল। নীৰা সকলো কথাতে অশুদ্ধ

বুলি হয়তো মই দৃঢ়ভাৱে পতিয়ন যাবও নোৱাৰিলোঁ। কেৱল স্মৃতি ৰোমন্থন কৰিয়েই মাৰ সংগ সুখৰ সন্তুষ্টি লৈ থাকিলোঁ মই।

মাৰ মৃত্যুৰ পাছত বহুদিন অকলে লুকাই লুকাই চকুপানী টুকিছিলোঁ। শেষ বয়সত মায়ে একমাত্র পুতেকৰ পৰা মানসিকভাৱে আশ্রয়-অৱলম্বন একো নোপোৱাৰ দুখত ওলোৱা চকুপানীৰ ৰূপ নীৰাই কেনেকৈ চিনি পাব? কিন্তু এতিয়া সেইবোৰ চিনি পোৱা নোপোৱাৰেই বা কি অর্থ? শেষত নীৰাকোতো সন্তুষ্ট কৰি লগত ৰাখিব নোৱাৰিলোঁ।

কম নাছিল, স্বামী-স্ত্রী হিচাপে ভালপোৱাৰ কম নাছিল। তথাপিও এটা সময়ত নীৰা আৰু মই নিজৰ নিজৰ চাৰিওকাষে অভেদ্য মানসিক প্রাচীৰ গঢ়ি তুলিলোঁ। জীৱন দুর্বিষহ হ'ল। হয়তো সন্তান এটাই সকলো স্বাভাৱিক কৰি তুলিলেহেঁতেন, হয়তো তাকে নোপোৱাৰ বেদনা আৰু উৎকণ্ঠাই নীৰাক সোনকালেই অস্থিৰ কৰি তুলিলে। হয়তো বিভিন্ন হাস্পতাল, বিভিন্ন স্ত্রী-ৰোগ বিশেষজ্ঞৰ ওচৰলৈ গৈ গৈ তাই মানসিকভাৱে ভাৰাক্রান্ত হ'ল, হয়তো মোৰ অমনোযোগিতায়ো তাইক এটা সময়ত আশাশূন্য, বেপেৰোৱা কৰি তুলিলে। নাজানো, মই কোনোদিন গম নাপালোঁ তাই কিয়, কিদৰে লাহে লাহে মোৰ পৰা আঁতৰি মাকৰ ঘৰতে স্থায়ীভাৱে থাকি যোৱাৰ সিদ্ধান্ত ল'লে।

মানুহৰ সংগই মনৰ বিশৃংখলা বঢ়াই দিয়ে যেন লাগিল যদিও মোৰ এই এটা বন্ধু থাকি গ'ল। কি ধৰণৰ আত্মিক সম্পর্ক মই নাজানো, কেৱল এই এটা বন্ধুৰ লগত থাকি গ'ল বন্ধুত্বৰ দাবী, থাকি গ'ল তাৰ সমালোচনা আৰু ভর্ৎসনাৰ পৰা পোৱা আনন্দ।

একান্তমনে পঢ়ি থকা কাগজখনৰ পৰা এইবাৰ বন্ধুৱে মুৰটো দাঙি খন্তেক দূৰৈত চকু থ'লে। মই গম পালোঁ নতুন প্রসংগ এটাৰ এয়া আগজাননী। —'এই বাতৰিটো পঢ়িছনে?', কাগজখনৰ একেবাৰে বাওঁকাষে ওপৰত বন্ধ কৰি দিয়া বাতৰি এটাৰ শিৰোনামাটো দেখুৱালে, 'পিৰীতিৰ চাইকেলে এতিয়া মৰণৰহে টিলিঙা বজায়!', নাই পঢ়া বুলি মুৰ জোকাৰি কাগজখন হাতত ল'লোঁ। শিৰোনামাটোৱে ইতিমধ্যেই মোক আকর্ষণ কৰিছে— খৰখেদাকৈ পঢ়ি পেলালোঁ। 'বোৱাৰী' বোলছবিত মহানন্দ মজিন্দাৰ বৰুৱাই গোৱা গীত এটাৰ উদ্ধৃতিৰে আকর্ষণীয়ভাৱে উত্থাপন কৰা কথাখিনি হ'ল— অসমত তাহানি যুৱকে চাইকেল চলাই টিলিঙা বজাই গাঁৱে-ভূঞে গাভৰুৰ লগত নির্দোষ জোকোৱাজোকি, প্রেম-পিৰীতি কৰিছিল, চাইকেলত অহা যুৱকে যুৱতীক আকর্ষিত কৰিছিল। কিন্তু আজি কিছুদিন ধৰি চাইকেল দেখিলে গাভৰু কিয় গাভৰুৰ মাক-দেউতাকো পলাই পত্রং দিয়া হৈছে, কাৰণ যোৱা কিছুদিনত ডজনৰ হিচাপত সংঘটিত বোমা বিস্ফোৰণৰ অধিকাংশতে চাইকেলক প্রত্যক্ষভাৱে ব্যৱহাৰ কৰা হৈছে। ক'ৰবাত মোনাত শাক-পাচলিৰ মাজত বোমা ভৰাই চাইকেলত ওলোমাই থৈ গৈছে, ক'ৰবাত শেষ নিশা উগ্রপন্থীয়ে নিৰীহ এজাক ব্যক্তিক গুলিয়াই নিসাৰ কৰি চাইকেলত উঠি পলাই গৈছে— চাইকেলৰ সহায়ত কৰা এনে নৰমেধ যজ্ঞই সকলোকে শংকিত কৰি তুলিছে, ফলত গুৱাহাটীকে ধৰি

বিভিন্ন নগৰ-চহৰত চাইকেলত উঠি অহা লোক দেখিলেই পুলিচ আৰু প্ৰশাসনৰ সন্দেহৰ দৃষ্টি পৰিছে।

বন্ধুৱে পুলিচ আৰু প্ৰশাসনৰ দৃষ্টিত নিজৰ অসন্তুষ্টি প্ৰকাশ কৰাৰ প্ৰাককালীন সংকেত হিচাপে এটা নিম্নস্বৰৰ হুংকাৰ এৰিলে — 'হুঃ।'

বন্ধুৱে নিজৰ অসন্তুষ্টিৰ প্ৰকাশ বিস্তৃতভাৱে কৰি গৈ আছে, পুলিচ, প্ৰশাসন, ৰাজনীতিক সকলোকে সমানুপাতিক হিচাপত গালি পাৰি গৈ আছে, মোৰ কাণত কিন্তু সেইবোৰৰ ঠাইত সন্তৰ্পণে সোমাই পৰিছে অন্য কিছুমান শব্দ—শব্দৰ প্ৰতিধ্বনি। চকুৰ আগলৈ আহিছে দূৰ অতীতৰ মনোমোহা যৌগিক দৃশ্যৰ কলাজ ...

... পদূলিত গধূলি চাইকেলৰ পৰা নামিয়েই দেউতাই এবাৰ চাইকেলৰ টিলিঙাটো বজাইছে— টিলিলিং। দেউতা আহিল, টিলিলিং শব্দটোৱে বিয়পাই দিলে এক সন্তোষৰ বাতাবৰণ। মোৰ নিজৰ সুখানুভৱৰতো বৰ্ণনাই নাই। টিলিলিং শব্দই তড়িৎ গতিত মোৰ মগজুত হেজাৰ প্ৰতিধ্বনি তোলে— লিং-লিং-লিং, যেন বিজুলী চমক, যেন সুৰবীসুৰীয়া এক গুঞ্জন, যেন এক ছন্দোময় ঘণ্টাধ্বনি। দেউতা আহিল মানেইতো সকলোবোৰ আনন্দময় কথাৰ, চাঞ্চল্যকৰ কথাৰ টোপোলাটো আহিল! প্ৰায় দহ কিলোমিটাৰ আঁতৰত চৰকাৰী হাইস্কুলত পাঁচ-ছয় ঘণ্টা চিএবি-বাৰখৰি ল'ৰা পঢ়ুওৱা, তাৰ পিছতো সামাজিক দায়-দায়িত্বৰ বাবে অ'ত-ত'ত সোমোৱা, তাৰ পাছতো বজাৰ-সমাৰ, ঘৰুৱা লেঠাৰ জেৰ মাৰি ঘৰ সোমোৱাৰ পাছতো দেউতাই সদায় কিদৰে সতেজ, খুচ মেজাজ ব্যক্তিত্ব বজাই ৰাখিছিল সেয়া মোৰ বাবে আজিও দুৰ্বোধ্য।

দেউতাৰ বাবেই চাগে চাইকেলৰ টিলিঙাৰ শব্দৰ লগত এক পুলকজড়িত আবেগৰ সংযোগে সৰুতেই মোৰ মনটোত কিবা অচিন দাগ কাটি থ'লে।

আঘোণ সোমোৱাৰ পৰাই প্ৰতিটো দেওবাৰে দেউতা চৈধ্য কিলোমিটাৰ আঁতৰত থকা আমাৰ খেতিৰ পামখনলৈ যায়। মাঘ সোমোৱাৰ আগতেই আধিয়াৰৰ পৰা পোৱা খেতিৰ ধানখিনি আনি ঘৰ সুমুৱাব লাগিব। গৰু গাড়ীত বোজাই কৰি গুটি ধানখিনি অনাৰ আগদিনা কাহিলি পুৱাতে দেউতা চাইকেল মাৰি গুচি যায়। ৰাতি এপৰলৈ বাট চাই চাই ভাগৰি পৰোঁ। নিৰ্জন ৰাতি এটা সময়ত পদূলিমুখত ঘনে ঘনে দুই-তিনিবাৰ বাজি উঠে— টি-লি-লি-ং। চাকিৰ পোহৰে আধা পোহৰাই ৰখা বাৰাণ্ডাখন মা আৰু মোৰ মুখত ফুটি উঠা পোহৰখিনিয়ে যেন সম্পূৰ্ণ পোহৰাই তোলে।

সামান্য এটা অসুখত তিনিদিনৰ ভিতৰতে নোহোৱা হৈ যোৱা দেউতাৰ বাবে মা আৰু মোৰ দুখ পাৱলৈকে যেন কিছুদিন সময় লাগিল। পাঁচ-ছয় কিলোমিটাৰ আঁতৰৰ আন এখন গাঁৱত থকা মামা লৰবি আহিল, আহি আমাৰ ওপৰত ছাতি ধৰাদি ধৰিলেহি।

চাইকেলৰ টিলিঙৰ মাত শুনিলেই কিছুদিনলৈ হঠাতে চাইকেলখন ধৰি ঘৰ সোমোৱা দেউতাৰ ছবিখনে মোক বিহ্বল কৰি তোলে। সাধাৰণ গাঁৱলীয়া খেতিয়ক অৰ্দ্ধশিক্ষিত

মামাৰ বাহিৰে কোনে বুজনি দিব।

'ককাইদেউ যাওঁগে যা, ৰাতি হৈছে, ভালেখিনি বাট, বৌহঁতে চিন্তা কৰিব!' —পদূলি পাৰ হৈ চাইকেলখনত জঁপ মাৰি উঠি মামাই অভ্যাসবশতঃ এবাৰ টিলিঙাটো বজায়। মামাৰ বাবেই টিলিলিং শব্দটোৱে লাহে লাহে শোকৰ ভাৰ বৰলৈ এৰিলে।

'... মা, শিয়ালকেইটাই পিছফালৰ বাৰীখনতে কেনেকৈ উকি দি দি হোৱা দিছে? ...', কণমানি কণ্ঠৰ কঁপনি মায়ে ধৰিব পাৰে, বিছনাত নিজৰ গালৈ মোক চপাই আনি কয়, '... কিহৰ ভয়? ৰাতি হোৱাই নাই, বাটেদি মানুহৰ অহা-যোৱা চলিয়েই আছে ...', বাটেদি যোৱা কোনো মহানুভৱে যেন শুনাহে পায় কথাখিনি! — টিলিলিং —চাইকেলৰ টিলিঙা এটা বাজি উঠে। আন্ধাৰ বাটত আগত একো নপৰক বুলিয়েই চাইকেলৰ আৰোহীয়ে মাজে মাজে একোবাৰ টিলিঙা বজাই যায়। সেই টিলিলিং ধ্বনিয়ে বিজুলী সঞ্চাৰে মোক আশ্বস্ত কৰি টোপনিৰ কোলাত পেলাই দিয়ে ...

'... খতিয়ান শুৱনি কৰা— বুইছ, পুলিচ-প্ৰশাসন তহঁত চবৰে এটাই লক্ষ্য— ৰেকৰ্ড শুৱনি কৰা, গ্ৰেপ্তাৰৰ সংখ্যা বঢ়াই কেৱল ৰেকৰ্ড শুৱনি কৰা...', বন্ধুৰ সমালোচনাৰ সুৰ আৰু অলপ উৰ্দ্ধলৈ উঠিছে— 'ক'ৰবাত পাৰ্কত ল'ৰা-ছোৱালী এহালে নিভৃতে চেনেহৰ কথা দুষাৰ পাতিব নোৱাৰে, গাঁৱত ডেকা ল'ৰা এটাই চাইকেলখন লৈ আগতে কৈ থোৱামতে ছোৱালী এজনীক লগ ধৰিবলৈ যাব নোৱাৰে, আগতে আহি খাৰা পুলিচ ...'। আকৌ ছাঁৎকৈ বিজুলী চমকনিত চকুৰ আগত হোষ্টেলৰ বাৰাণ্ডাখন— '... ককাইদেউ, পঞ্চাছ মাইল দূৰত বোলে হোষ্টেল, হোষ্টেলৰ খৰচটোতো দিবই লাগিব।'

'এৰা, তাক চাইকেল এখনকে যোগাৰ কৰি দিবি, হোষ্টেলত থাকি টিউচন এটা বা দুটাও গোটাই লওক।'

'আকৌ মোক লগ এটাও লাগিল নহয়, সৰু হ'লেও তোমাৰ বিৰিণাকে মোৰ লগত ৰাখিম, ইয়াতে ইস্কুলত পঢ়িব তাই ...'

'এৰা, হ'ব দে।'

বিৰিণা মাৰ লগত, মই হোষ্টেলত। দুটা টিউচনেৰে হোষ্টেলৰ খৰচৰ কিছু অংশ ওলাইছে, সেয়েহে নীৰাৰ ওচৰত সাহস বাঢ়ি গ'ল। আঃ, এহাতেৰে চাইকেল ঠেলি ঠেলিও যে সেই সময়ত ইমান আপোন পাহৰা হৈ বাটেদি প্ৰেমালাপ কৰি যাবলৈ সাহস হৈছিল মোৰ নিচিনা গাঁৱলীয়া ভূতটোৰ! নীৰাৰ লগৰ ছোৱালীৰ ঘৰৰ সমুখত সঠিক সময়ত মোৰ চাইকেলৰ টিলিঙাই নীৰাক আহ্বান কৰে, নীৰা ওলাই আহে। মোৰ প্ৰথম আৰু একমাত্ৰ প্ৰেমৰ সংগী, সাক্ষী, সহায়কাৰী মোৰ চাইকেল, মোৰ চাইকেলৰ টিলিঙা— যেন মোৰ সখা দামোদৰ।

য'তেই টিলিঙা বাজিব, তাতেই যেন মনোৰম কিবা এটাই মোৰ ওচৰত ধৰা দিব। পুৱা পোহৰ হওঁতেই হোষ্টেলৰ কোঠাৰ খিৰিকীৰ কাষত বহি অপেক্ষা কৰি থাকোঁ, লগৰ বেছিভাগ

টোপনিতে থাকে তেতিয়া। হকাৰটোৱে খবৰ কাগজ দুখন দলি মাৰি দি চাইকেলৰ টিলিঙাটো বজাই দিয়ে, থপচকৈ কাগজ দুখন পৰাৰ একে সময়তে শব্দ হয়— টিলিলিং। টিলিলিং শব্দটোৱে সতেজ সুন্দৰ ৰাতিপুৱাটোক যেন কিবা এক নতুন মাত্ৰা দি যায়।

সমালোচনা, বকনি আদি শেষ কৰি শান্ত হৈ বন্ধু যেতিয়া ওলাই যায়, মোৰ তেতিয়া অশান্তি বাঢ়ে। ক'ৰ পৰা কিদৰে জীৱনটোত কেণা লাগি গ'ল। স্মৃতিৰ দলিল — যেন চকুৰ আগেদি পাতবোৰ মেল খাই পাৰ হৈ যায়— সৰুকালিৰ ঘৰ, গাঁও, পথাৰ-সমাৰ, গছ-বন, কুলি-কেতেকী (কেতেকীজনীয়ে বৌৱেকক কি বুলি সোধে দেউতায়ে প্ৰথমে মোক বুজাই দিছিল)। এতিয়াও সহজেই মনত পেলাব পাৰোঁ — চাকৰি পোৱাৰ খবৰটো পাই চলচলীয়া হোৱা মাৰ চকুযোৰ, বিৰিণাৰ বিয়াৰ সময়ত মই মামাৰ হাতত দিয়া টকাৰ বাণ্ডিলটো, সেইটো হাতত লৈ পোহৰ হৈ পৰা মামাৰ মুখমণ্ডল, মোৰ বিয়াৰ উদুলি-মুদুলি, বিয়াৰ পাছৰ অশান্তিবোৰ— সমানে সমানে কাজ নকৰি পত্নোৱাৰ কাহিনীবোৰ। মনত আছে নীৰাৰ লগত মনোমালিন্যৰ সেই দিনবোৰ। মনত আছে মোৰ নিতান্ত সাধাৰণ বংশ পৰিয়ালক লৈ নীৰাই কৰা বিষোদগাৰ। মনত আছে বৈবাহিক সুখৰ লগতে চাকৰি জীৱনৰ সুখো অন্তৰ্হিত হোৱাৰ কাহিনী, মোৰ চাকৰিৰ নিয়মীয়াকৰণত দেৰি হোৱা বাবে কনিষ্ঠ বিষয়াই আগতে প্ৰমোচন লৈ মোক চেৰাই যোৱাৰ কাহিনী। মনত আছে তাহানিৰে পৰা খুপ খাই থকা সকলো বিৰক্তি, বিতৃষ্ণা, খং, অসহায়তা। মনত আছে অশেষ চেষ্টা-চৰিত্ৰ কৰি এই ঠাইৰ পৰা সাময়িকভাৱে হ'লেও আঁতৰি যাবৰ পৰাকৈ দুবছৰৰ বাবে ডেপুটেচন এটা যোগাৰ কৰাৰ কাহিনী।

মনত আছে, আৰু মনত আছে বাবেই বাৰে বাৰে মনত বাজে— এই জীৱনৰ কোনো অৰ্থ নাই, এই নৈৰাশ্যৰ, এই যন্ত্ৰণাৰ লগত হৃদয়ৰ কোনো আলাপ সম্ভৱ নহয়, সম্ভৱ নহয় চেতনাৰ লগত উৎসাহৰ কোনো নীৰৱ হাত ধৰাধৰি, সম্ভৱ নহয় বুকুৰ বোজাটো পাতল হৈ তাৰ ঠাইত কিবা সম্ভাৱনাই থিতাপি লোৱাৰ, চেতনাস্ৰোতৰ কোনো ধৰণৰ কোমল আঘাতে এতিয়া আৰু সোঁৱৰাব নোৱাৰে সেই সেউজী শব্দৰ লালিমা — মোৰ দেশ, মোৰ দেশ— এইদৰে শূন্যতাৰ ভাৰ বৈ ফুৰাৰ কোনো অৰ্থ নাই।

জানো, বন্ধুৱে শুনিলে জকজকাই উঠিব, 'শূন্যতা কোনে আনিছে? তই। —কিয়, এতিয়াও নীৰাক ওভতাই আনিব নোৱাৰ? নিজে নগ'লেও এখন চিঠি লিখিব নোৱাৰ? তোৰ দম্ভ, তোৰ অহংকাৰ, তোৰ ইগ' —সকলোবোৰ আঁতৰাই সুখী জীৱন এটা গঢ়াৰ বাবে তোৰ সাহসকণ কিয় নাই? ...'

সকলোৱে একেধৰণেই ভাবে, একেধৰণেই কয়, বৃদ্ধ অথৰ্ব মামা, প্ৰতিষ্ঠিত স্বামীৰে সুগৃহিণী বিৰিণা— সকলোৰে কথাৰ সুৰ একেটাই। মই কাক কেনেকৈ বুজাম— অহংকাৰ আৰু স্বাভিমান একে কথা নহয়, কেনেকৈ বুজাম এবাৰ যি ফাট মেলিছে তাক আৰু জোৰা লগোৱা সম্ভৱ নহয়।

'তোক মই সাবধান কৰি দিছোঁ দেই, এইবাৰ নগ'লে তই বিপদত পৰিবি।', বন্ধুৱে চৰকাৰী নিৰ্দেশৰ কাগজখন সমুখত জোকাৰি দিলে। বানপানী আৰু খহনীয়াত দুৰ্গতসকলৰ সাহায্যাৰ্থে ঠাই এখনলৈ যোৱাৰ বাবে তৃতীয়বাৰ নিৰ্দেশ আহিছে। লিখিতভাৱে বুজাই দিয়া হৈছে ব্ৰহ্মপুত্ৰৰ পাৰৰ সৰু নগৰখনৰ ডাকবাংলোত প্ৰথমে উঠিবগৈ লাগিব, তাৰ পৰা নদীৰ পাৰে পাৰে পোন্ধৰ কিলোমিটাৰমান সোমাই গৈ দহ-বাৰখন গাঁৱত বানপানী আৰু খহনীয়াই কৰি থৈ যোৱা ধ্বংসলীলাৰ মাজত সোমাবগৈ লাগিব।

মোৰ প্ৰতিক্ৰিয়ালৈ বাট নাচাই বন্ধুৱে এইবাৰ উল্লসিত হৈ ক'লে, 'অ'— আজি পেপাৰত দেখিলোঁ, ৰিলিফৰ বস্তুৰ তালিকাত দ্বিতীয় পৰ্যায়ত কি দিয়াৰ পৰিকল্পনা আছে জাননে? আচৰিত হ'বি, চাইকেল।'

'চাইকেল?'

'অঁ, চৰকাৰৰ মতে বানে মৰা গাঁওবোৰত স্বাভাৱিক জীৱনযাত্ৰা ঘূৰাই আনিবলৈ চাইকেলৰ সৰবৰাহো প্ৰয়োজন হ'ব, হাঃ হাঃ —সিদিনা মাত্ৰ ক'লে চাইকেল মানেই সন্দেহৰ থল, এইবাৰ ক'লে চাইকেল দিলে সোনকালে চববোৰ স্বাভাৱিক হ'ব ...'

বন্ধুৱে কিবা-কিবি কৈ গ'ল যদিও মোৰ আৰু কাণত নোসোমাল। কেৱল কাণত ক্ষীণ সুৰত আৰম্ভ হৈ ক্ৰমে ক্ৰমে বাঢ়ি আহিল— গাঁৱৰ বাটত চাইকেলৰ টি-লি-লি-ং, সকলো মনোৰম স্মৃতিয়ে যেন টি-লি-লি-ং সুৰধ্বনিৰে মগজুত গুণগুণাবলৈ ধৰিলে।

চাইকেল দিব? চাইকেলে দুৰ্গতক সহায় কৰিব? মানুহৰ ত্ৰাণকৰ্তা হিচাপে পুনৰ পৰিচিত হ'ব চাইকেল?....

মই দুদিনৰ পাছত ৰিলিফৰ কামত যোগ দিলোঁ। গাঁওবোৰৰ চিনচাব নোহোৱা হৈ গৈছে। পানী শুকাল যদিও বালিয়ে সকলোবোৰ পুতি পেলাইছে। ৰিলিফ কেম্পত জাক জাক অঘৰী মানুহৰ দল। ভিতৰৰ গাঁওবোৰৰ অনেক মানুহ হেনো কেনি গ'ল উৱাদিহেই নাই। চাৰিওফালে বেমাৰৰ সৰ্বগ্ৰাসী আক্ৰমণ। কান্দোন, উচুপনি সকলো শেষ হৈ কেৱল সৰ্বত্ৰ বিয়পি আছে গধুৰ হুমুনিয়াহবোৰ।

এই ধ্বংসলীলা, প্ৰকৃতিৰ এই তাণ্ডৱ মোৰ কল্পনাৰো অগোচৰ আছিল। এই দুৰ্ভাগ্য, এই বিভীষিকা কঢ়িয়াই অনা এই প্ৰলয়ংকাৰী প্ৰকৃতিৰ সমুখত মই কোন কুটাৰ কুটা? মোৰ কি ব্যক্তিগত সত্তা? মোৰ এই বিলম্বিত উপলব্ধিৰ বাবে যেন মই নিজৰ ওচৰতে লজ্জিত হ'লোঁ।

ভিতৰুৱা অঞ্চলত ঘূৰিবলৈ ৰিলিফৰ মানুহক কিছুমান চাইকেলো দিয়া হৈছে। মই উপযাচি মোৰ বাবে এখন চাইকেল আছুতীয়াকৈ ৰাখিলোঁ। লগৰ সহকৰ্মী বিষয়া দুই-এজন আচৰিত হ'লেও চৰজমিন অনুসন্ধানৰ নামত চাইকেলেৰে গাঁও নামৰ বিধ্বস্ত অঞ্চলবোৰত ঘূৰি ঘূৰি মই ভাগৰি পৰিলোঁ।

এক অচিন উত্তেজনা, এক নতুন উন্মাদনাই মোক শিহৰিত কৰি ৰাখিলে। মোৰ

ভিতৰখনৰ ক'ৰবাত কিবা এটাৰ ৰূপান্তৰ অতি ধীৰভাৱে হোৱাৰ অনুভৱ এটা নিৰন্তৰ আহি থাকিবলৈ ধৰিলে।

পোন্ধৰ-বিছ দিন ধৰি ৰাতি এক, ডেৰ বজাত আহি ডাকবাংলোত সোমাওঁ, পুৱা আঠ বজাত সাৰপাই ন বজাত পুনৰ ওলাই যাওঁ।

ডাকবাংলোৰ ৰান্ধনিয়ে কৈছে, 'পানী শুকুৱাৰ পাছত এতিয়া মাছৰ দাম সস্তা হ'ব ছাৰ, সৌ পিছফালে নদীৰ ঘাট ইয়াৰ পৰা আধা কিলোমিটাৰহে, চাইকেল লৈ ঘাটলৈ মাছৰ বেপাৰী অহা আকৌ আৰম্ভ হৈ গৈছে নহয়, ইয়াতে ছাৰ সস্তাতে মাছ ৰাখিব পাৰিম ...' —আচৰিত লাগে এই বৈপৰীত্য, ইমান ওচৰ অথচ ইমান দূৰ! একে দেশ- ঠাই- গোষ্ঠীৰ মানুহ এতিয়াও পতিত হৈ আছে অবৰ্ণনীয় কষ্ট আৰু দুৰ্গতিৰ মাজত, অথচ মাত্ৰ চৈধ্য-পোন্ধৰ কিলোমিটাৰ আঁতৰত এই ডাকবাংলোৰ পৰিবেশত তাক কল্পনাও কৰা নাযায়।

দিগন্ত বিস্তৃত বলুকাৰাশিৰ মাজে মাজে সামান্য ওখ ৰাস্তাৰ চিনটোৰেদি চাইকেল মাৰি আহি আটাইতকৈ ভিতৰুৱা বিধ্বস্ত গাঁওখনৰ সীমাত বৈ গ'লোঁ। মোৰ লগত আন এখন চাইকেলত এই কেইদিনতে সৌহাৰ্দ গঢ়ি উঠা সাহসী, কৰ্মঠ ডেকা ভলণ্টিয়াৰজন।

'এই যে চাৰিওফালে বগা বালি আৰু তাৰ মাজে মাজে অ'ত ত'ত ওলাই আছে গছ-গছনি, এই গোটেইবোৰেই কি মানুহৰ বসতি ...', সোধোতে মোৰ কণ্ঠত দুখৰ আড়ষ্টতা। 'হয় ছাৰ, এই গোটেইবোৰ মানুহ থকা গাঁও আছিল, এফালে মথাউৰি ছিগি অহা ধল আৰু আনফালে ভয়ংকৰ খহনীয়াত মানুহবোৰ ফৰিং ছিটিকা দিলে, খেতি-বাতি, ঘৰ-দুৱাৰ সকলো বালিৰ তলত পোত গ'ল।'

কিমান দেৰি থৰ লাগি আছিলোঁ ক'ব নোৱাৰোঁ, হঠাৎ দূৰৰ পৰা খীণ স্বৰত মোক মতা শুনিলোঁ, 'ছাৰ, ছাৰ— এইফালে আহক! সুদূৰত বালিৰ মাজত আগ ওলাই থকা গছ-গছনিৰ মাজত বৈ ল'ৰাটোৱে হাতবাউল দি মোক মাতিছে। কাষতে মাটিত বহি থকা এটা মানুহৰ অৱয়ব।

চাইকেলখন চলাই, ঠেলি, হেলাই-হেপাই কোনোমতে ঠাইডোখৰ পাই দেখিলোঁ এক অদ্ভুত দৃশ্য। ক'লা, খীণাংগী এক বৃদ্ধ, তললৈ মূৰ কৰি সৰু কোৰ এখনেৰে বালিবোৰ খন্দাত লাগিছে। মই ওচৰ পাওঁতেও তেওঁৰ বিশেষ প্ৰতিক্ৰিয়া নাই, এবাৰ কেৱল মূৰ তুলি চাই পুনৰ কামত লাগিছে। মূৰ তুলি চাওঁতেই দেখিলোঁ চকুৱে-মুখে যাতনাৰ চাপ স্পষ্ট।

ল'ৰাটোৱে বুজাই দিলে— মানুহটোৰ তিৰোতা, ল'ৰা-বোৱাৰী সকলোকে ৰাতি শুই থাকোতেই ধলে উটুৱাই নিলে, বাচিল নে নাই একো নাজানে, চাৰি বছৰীয়া নাতিনীয়েকজনীক লৈ তেওঁ বাচিল। ৰিলিফ কেম্পত নাতিনীয়েকক থৈ আহি ক'ৰবাৰ পৰা কোৰ এখন যোগাৰ কৰি নিজৰ ভেটিটো বিচাৰি উলিয়াইছে, আৰু খন্দাত লাগিছে — ঘৰৰ অৱশিষ্ট ক'ত কি পায় তাকে উদ্ধাৰ কৰাৰ আশাত। হতচকিত মই কিছুপৰ এই

দৃশ্য চাই থাকি শেষত নিম্নস্বৰত বৃদ্ধক সুধিলোঁ— 'এতিয়া এইদৰে খান্দি ইয়াতনো কিটো পাব?'

খান্দি থকা হাতদুখন ৰ'ল। লাহে লাহে মূৰ দাঙি বৃদ্ধই মৌলৈ চালে আৰু সামান্য ফোপনিৰে লাহে লাহে উত্তৰ দিলে, 'আন একো নাপালেও মোৰ চালিঘৰটোৰ টিনপাতকেইচলাতো পাম, সেইকেইচলাতো পচিব নোৱাৰে। আকৌ ঘৰ এটা সাজিবৰ সময়ত সেইকেইচলা মোৰ কামত নাহিব জানো বোপাই?'

'হে প্ৰভু!', স্তব্ধ হৈ পৰা মোৰ ভিতৰখনত লাহে লাহে ধ্বনিত হ'ল, '—জীৱনৰ এয়া কি দুৰ্নিবাৰ ৰূপ, স্ত্ৰী-পুত্ৰ-সংসাৰ নিশ্চিহ্ন, জীৱন সম্পূৰ্ণ বিধ্বস্ত, লক্ষ্য-কোটি বালিকণাৰ মাজত ভৱিষ্যত বুলিবলৈ থকা অৱলম্বন চূৰ্ণীকৃত, তথাপি সেই বালিকণাৰ মাজৰ পৰাই এখুদ এখুদকৈ মূৰ দাঙি উঠিব খুজিছে জীৱন। দুৰ্ভাগ্যৰ হেঁচাত সেও মানিব নোখোজা এই বৃদ্ধই যেন মোক পুনৰবাৰ আঙুলিয়াই দিলে মানুহ নামটোৰ আঁৰৰ সেই আশ্চৰ্য সম্ভাৱলৈ— আশা আৰু আকাংক্ষা। প্ৰকৃতিয়ে আপোন বিচাৰত আমাক হয়তো পিষ্ট কৰিব, হয়তো আমাৰ প্ৰাণবায়ু ওলাই যাব, কিন্তু প্ৰাণটো যদি থাকে— প্ৰাণ থকালৈকে আমাৰ সকলো আশা, আকাংক্ষা আৰু সপোন থাকিব আৰু সেইখিনিকে লৈ আমি পুনৰ উঠিম, হয়তো পুনৰ পৰিম, কিন্তু পুনৰ উঠিম!

এক অভূতপূৰ্ব সম্ভাৱনাৰ, এক নতুন জীৱনবোধৰ গা ৰাইজাই কৰা উত্তেজনাত ৰাতি বেছি হোৱাৰ আগতেই মই আহি ডাকবাংলোত সোমালোঁহি। মোৰ সমস্ত সত্তাক আবৰি ধৰিলে ন-ন ভাব আৰু অনুভৱৰ জোৱাৰে, সকলো ধৰণৰ ন-ন সম্ভাৱনাৰ সুগন্ধত মোৰ মন মতলীয়া হৈ পৰিল।

মই যেন স্পষ্টৰূপত দৃশ্যবোৰ দেখিবলৈ পালোঁ— এই পীড়ন, এই শূন্যতাৰ মাজৰ পৰাই অগণন বেজাৰৰ সুৰ বন্ধা এন্ধাৰ মুখে আশাৰে পুনৰ আকাশলৈ চাইছে, জীৱনে পুনৰ ঠন ধৰি উঠিছে, বালিত পোত খোৱা গাঁওবোৰৰ পৰাই পুনৰ বাঁহীৰ মাত, পেঁপাৰ মাতে সুৰ জুৰিছে , পুনৰ বকুল-শেৱালী আমোলমোলাইছে, পুনৰ কপৌ-কেতেকী ফুলিছে— কপৌ-কেতেকী মুখৰ হৈছে, পুনৰ প্ৰেমাস্পদৰ প্ৰেমালাপ হৈছে, জীৱনে পুনৰ নিজ ছন্দ ঘূৰাই পাইছে...

মোৰ ব্যক্তিগত দুখ-বেদনা-নৈৰাশ্য যেন ভাপ হৈ উৰি গ'ল। জীৱনৰ পৰা পোৱা হাজাৰ কোটি সম্ভাৱনাৰ সকলো ছাবি-কাঠি এতিয়াও মোৰ হাতত, তেন্তে মোৰ কিহৰ দুখ? কিহৰ অশান্তি? মই যেন সংজ্ঞা ঘূৰাই পালোঁ।

মূঢ়তাজনিত নিদ্ৰামগ্ন অৱস্থা এটাৰ পৰা মোক আজি জীৱনে হেঁচুকি জগাই দি কৈছে, 'জীৱনক পাবৰ বাবে জীৱনৰ লগত চুক্তি কৰাৰ কোনো প্ৰয়োজন নাই, চুক্তিয়ে কেৱল বোজা দিয়ে, কেৱল ব'বলৈ দিয়ে লোকচান গণি পোৱা লাভৰ ভাৰ— এইবাৰ যদি জীয়াই থাকিবলৈ নিশিকা, যদি কেৱল ক্ষতিপূৰণ বিচাৰি থাকা, তেন্তে ক্ষতিপূৰণ

পাবা, কিন্তু সেই ক্ষতিপূৰণৰ ভাৰো তুমি ব'ব নোৱাৰাকৈ গধুৰ হ'ব, সেয়ে তুমি উঠা ...'

মই উঠিলোঁ, টেবুলত কাগজ-কলম গোটাই ল'লোঁ আৰু নীৰালে এখন দীঘলীয়া চিঠি লিখিলোঁ। পৃষ্ঠাৰ পাছত পৃষ্ঠা ভৰি চিঠিখন দীঘলীয়া হৈ গৈ থাকিল, আৰু ৰাতিটো চুটি হৈ আহি থাকিল। শেষত এটা সময়ত চিঠিৰ তলত চহীটো কৰিলোঁ।

কিন্তু পুনৰবাৰ অনিশ্চয়তা— যদি মোৰ বেছি দেৰি হৈ গ'ল? যদি এতিয়া তাইৰ প্ৰতিক্ৰিয়া মই আশা কৰা মতে নহয়? যদি তাই চিঠিখন নপঢ়াকৈয়ে ফালি পেলায়? যদি তাই মোৰ অনুভৱৰ মুখামুখি হ'বলৈ কোনো সুযোগেই নাপায়? কিন্তু মনৰ গভীৰতম কোণত কিবা এক প্ৰত্যয় জন্মিল, এনে হ'ব নোৱাৰে, প্ৰকৃতিদত্ত এই অনুভৱে মোক বিমুখ কৰিব নোৱাৰে। তথাপিও টেবুলৰ সমুখত চিঠিখন হাতত লৈ মই কিবা এটাৰ বাবে অপেক্ষা কৰি বহি থাকিলোঁ— শেষবাৰৰ কাৰণে পাব পৰা কিবা এটা ইংগিত, এটা চিন, এটা দৃশ্য, এটা পৰিঘটনা যি এইক্ষেত্ৰত পুনৰবাৰ মোৰ বাবে মাৰ্গদৰ্শক হ'ব, মোৰ বাবে সখা দামোদৰ হ'ব। সখা দামোদৰ ভাবটো মনত খেলি গৈছেহে মাথোন, হঠাৎ একেবাৰে আচম্বিতে এটা অতি ক্ষীণ ধ্বনি, এক পুৰণি প্ৰিয় শব্দৰ মূৰ্চ্ছনা লাহে লাহে দূৰৈৰ পৰা ভাঁহি আহিবলৈ ধৰিলে। লাহে লাহে মোৰ কাণত স্পষ্টভাৱে ধৰা দিলে সেই প্ৰিয় শব্দৰ এটা, দুটা, অনেক কলধ্বনি— টি-লিং, টি-লি-লি-ং, লিং-লিং, যেন এক সমবেত কণ্ঠৰ অনুচ্চ স্বৰৰ প্ৰভাতী বন্দনা, যেন সৰু সৰু ঘণ্টাৰ ধ্বনিৰে অপূৰ্ব ভৈৰব ৰাগ সংগীত। ক্ৰমাৎ স্পষ্ট আৰু বৰ্দ্ধিত হৈ অহা সেই টি-লি-লিং শব্দৰ জোৱাৰে মোক জাঁপ মাৰি থিয় হ'বলৈ বাধ্য কৰিলে— কেনেকৈ সম্ভৱ হ'ব পাৰে? এই অসময়ত ক'ৰ পৰা মোৰ কাণত পৰিবহি পাৰে ইমানবোৰ চাইকেলৰ টিলিঙাৰ মাত। মই দৌৰি অহাদি ওলাই আহি ডাকবাংলোৰ বাৰাণ্ডা পালোঁহি। বাহিৰত কাহিলিপুৱাৰ পাতল পোহৰত লাহে লাহে মুকলি হ'ল এই ৰহস্য। এটা দুটাকৈ এজাক মাছ বেপাৰীয়ে মাছৰ বাবে উৰ্দ্ধশ্বাসে ডাকবাংলোৰ সমুখৰ ৰাস্তাৰে ঘাটলৈ চাইকেল দৌৰাইছে। চলন্ত চাইকেলতে হাঁহি-ধেমালি, এটা আনটোতকৈ আগবাঢ়ি যোৱাৰ প্ৰতিযোগিতা, আৰু তাৰ সমানে সমানেই প্ৰত্যেকেই প্ৰায় অবিৰত বজাই গৈ আছে চাইকেলৰ টিলিঙা, ডাকবাংলোৰ সমুখৰ গোটেই ৰাস্তাছোৱা মুখৰিত হৈ উঠিছে সমস্বৰ টি-লি-লি-ং ধ্বনিৰে। প্ৰতিটো ধ্বনিতে যেন প্ৰতিভাত হৈছে মোৰ বাবে এক অমোঘ বাণী— মোৰ দৰেই আন এঠাইত এগৰাকী নাৰীয়ে মোকে খিয়াই বাট চাই আছে, আৰু ক্ষণ গণি আছে মেলা চকুৰ টোপনিত পৰ দি থকা ৰাতিবোৰৰ অন্ত হোৱালৈ।

আনে ধৰিব নোৱাৰা এক ধৰণৰ আত্মবিশ্বাসজনিত চঞ্চলতাৰে সেইদিনা পুৱাই চিঠিখন মই নীৰালৈ ডাকত দিলোঁ। ❑❑

•

['আজিৰ অসম' কাকতৰ মাহেকীয়া আলোচনীত মাৰ্চ, ২০০৫ত প্ৰকাশিত]

# পিতৃস্নেহ

দেউতা ঢুকাল। সকাম-নিকামো হৈ গ'ল। দেউতা যোৱাৰ লগতে অতীত হৈ গ'ল মোৰ অনেক অস্থিৰতা। দেউতাই মৃত্যুৰে মোক একেকোবেই সুস্থিৰ কৰি থৈ গৈছে। আজে-বাজে ভাবনাই মোক আৰু কাবু কৰিব নোৱাৰা হৈছে। মোক দেখি সেয়ে ঘৰখনৰ সকলোৰে মনবোৰ এতিয়া পাতল হৈছে। নহ'লে ঘৰত সকলোৰে ইতিমধ্যে কোৱা-কুই আৰম্ভ কৰিছিল, দেউতাৰ লগতে মোৰো চিকিৎসাৰ প্ৰয়োজন হ'ব নেকি?

আজি কিছুদিনৰ পৰা দেউতা সম্পূৰ্ণৰূপে শয্যাগত, এক নিৰ্জীৱ প্ৰাণীৰ দৰে হৈ পৰিছিল। হৃদৰোগত আক্ৰান্ত হৈছিল তেওঁ। বাচি গৈছিল যদিও সম্পূৰ্ণ অক্ষম আৰু অথৰ্ব হৈ পৰিছিল। শেহতীয়াকৈ কেইদিনমানৰ পৰা দেউতাৰ অৱস্থা চকুৰ আগত দেখি মোৰ ভিতৰখনত অনেক কথাই, অনেক তিতা-কেঁহা, অনৰ্থক ভাবনাই খুন্দিয়াবলৈ লৈছিল। মাজে মাজে ভিতৰৰ আলোড়নখিনিৰ বহিৰ্প্ৰকাশ ঘটি মোৰ মুখেৰে সৰু-সুৰা চিএৰ একোটাও ওলাবলৈ লৈছিল। ল'ৰা-ছোৱালী, পত্নী সকলোবোৰ দেখদেখকৈয়ে চিন্তিত হৈছিল। দিল্লীত পঢ়িবলৈ যোৱা ডাঙৰ ল'ৰাটো দেউতাৰ অসুখৰ খবৰ পাই আহিছিল। সিও মাকৰ লগত মোৰ বিষয়ে আলোচনা কৰা বুলি গম পাইছিলোঁ।

দুমাহ আগতে হৃদৰোগত আক্ৰান্ত হোৱাৰ সময়তে দেউতাক লৈ বেছি ভাগৰেই মনত খেলোৱা ভাবটো আছিল — আশা কম। মোৰ বুকুখনো অহৰহ গধুৰ গধুৰ লাগি আছিল। বৃদ্ধ আৰু ৰুগীয়া হ'লেও দেউতা মোৰ বাবে এক বুজাব নোৱাৰা চালিকা শক্তি। কিন্তু বহুতৰ বহুত ধৰণৰ হিচাপ-নিকাচ অশুদ্ধ প্ৰমাণ কৰি দেউতা সেইবাৰলৈ বাচিল। বাচিলেও এজন ডাক্তৰ হিচাপে মই এটা কথা বুজিলোঁ যে দেউতা আৰু এতিয়া শাৰীৰিক, মানসিক কোনো ফালৰপৰাই আগৰ দেউতা হৈ নাথাকে। দেউতাও ডাক্তৰ, সেয়ে তেৰোঁ চাগে বুজিছিল। ওপৰলৈ চাই নিৰ্জীৱ কাঠ এডালৰ দৰে পৰি থকা মানুহটোৰ ঘনে ঘনে ওলাই অহা চকুপানী মই ঘনে ঘনে মচি দিছিলোঁ। মোৰ সেৱা, মোৰ পিতৃস্নেহ দেখি মোৰ প্ৰতি কৰা প্ৰশংসাসূচক মন্তব্যও সেইকেইদিন সঘনাই মোৰ কাণত পৰিছিল। ৰবমা আৰু দুই এজনৰ মুখত শুনিছিলোঁ— 'কম তালাপি কৰা নাই সি। বাপেকটোৰ মৰমতে বাপেকক জী-জোঁৱাই, নাতি-নাতিনী, ভাই-ভতিজা সকলোৰে সৈতে পুনৰ লগ লগাই কম সন্তোষ দিছেনে সি। তাৰ পিতৃস্নেহ মানিব লাগিব ....'

নিজৰ দেউতাকক বেছিভাগেই ভাল পায়। সেই ক্ষেত্রত মই একো বিশেষ কৃতিত্ব দাবী কৰিব নোৱাৰোঁ। কিন্তু খুব কম মানুহৰহে চাগে দেউতাকৰ প্ৰতি মোৰ দৰে এক নিৰন্তৰ দুখৰ অনুভূতি জাগ্ৰত হৈ থাকে।

ভাল ডাক্তৰ বুলি নাম এটা আছিল বাবেই ভৰ বয়সত দেউতা সদাব্যস্ত আছিল। কিন্তু সকলো ভাগৰ নোহোৱা কৰিবলৈ পুত্ৰ, কন্যা আৰু পত্নী— এই তিনিটা প্ৰাণীয়েই তেওঁৰ বাবে যথেষ্ট আছিল। বাইদেউ মোতকৈ দুবছৰে ডাঙৰ। আমাৰ দুয়োৰে প্ৰতি দেউতা অতি মৰমিয়াল বুলি সৰুৰে পৰাই জানো। কিন্তু দেউতা যে লগতে নিজ আদৰ্শ আৰু কৰ্তব্যত অবিচল এক আত্মাভিমানী ব্যক্তি, সেইটোও সৰুতেই, স্কুলত পঢ়ি থকা দিনতে আমি সহজেই বুজি উঠিছিলোঁ।

হাইস্কুলত পঢ়ি থাকোতে গৰমৰ বন্ধ আৰু জাৰকালিৰ বন্ধত যেতিয়া গাঁৱৰ ঘৰলৈ যাওঁ, উলাহত মন নাচি উঠে। বৰদেউতাইতৰ ঘৰত ভৰি দিয়াৰ পাছৰ পৰাই কেৱল ৰং-ৰহইচ। বতৰ অনুযায়ী আম, জামু, লেচু, জলফাই, বগৰী এইবোৰতো আছেই, লগতে আছে সময় অনুযায়ী আনুষংগিক অনেক আনন্দ — পুখুৰীত সাঁতোৰা, মাছ ধৰা, পথাৰত মেজি সজা— অনেক। বৰদেউতাৰ ল'ৰা দেউকণ মোতকৈ এবছৰে ডাঙৰ আৰু বৰদেউতাৰ ঘৰৰ কাষতে থকা ভোলা মাষ্টৰ, মানে ভোলা শৰ্মাৰ ছোৱালী মালতী এবছৰে সৰু। দুয়োটা মোৰ একেবাৰে নোৱাৰা লগ। স্কুল খোলাৰ আগে আগে দেউতাই পুনৰ লৈ অহাৰ দিনা দেউকণৰ মুখখন বিষাদে আবৰি ধৰে। মালতীৰ চকুও চলচলীয়া হয়।

নৱম মানৰ বছৰেকীয়া পৰীক্ষা দি শেষবাৰ গৈছিলোঁ গাঁৱৰ ঘৰলৈ। সেইবাৰেই মালতীয়ে নিজে চিলাই কৰা ৰুমাল এখন উপহাৰ দিছিল। ৰোমাঞ্চিত হৈ পৰিছিলোঁ।

দেউকণ মাহ-দুমাহৰ মূৰত গাঁৱৰ পৰা একোবাৰ আহে। মালতীলৈ লুকাই-চুৰকৈ চিঠি এখন পঠাব পাৰি নেকি বাৰু? দেহ-মন শিহৰিত কৰা এই ভাবনাত দেউকণে ইন্ধন যোগালে। তাৰ হাততে পঠালোঁ। পিছৰ মাহত তাৰ হাততে উত্তৰো পালোঁ। গোটেই দেহ-মন উত্তেজনাত ৰম ৰম কৰি উঠিল। বেচেৰা দেউকণে চিঠি অনা-নিয়াৰ বাবেই ঘনাই আহিবলগীয়া হ'ল। কিন্তু চাৰি-পাঁচ মাহৰ ভিতৰতে দুৰ্ভাগ্যক্ৰমে দেউকণ আৰু তাৰ পাছফালে থকা মই ধৰা পৰিলোঁ। লাজে-অপমানে ম্ৰিয়মান হৈ কিছুদিন থকা অৱস্থাতে গম পালোঁ বৰদেউতাৰ লগত দেউতাৰ কিবা কথাত মনোমালিন্য হৈছে।

দেউকণক বৰদেউতাই পইচা বিচাৰি আমাৰ তালৈ আগে-পিছেও কেতিয়াবা পঠায়। সেইদিনা কিন্তু দেউকণৰ হাতত দিয়া চিঠিখন পায়েই দেউতা খঙত অগ্নিশৰ্মা হ'ল। —'চব অকৰ্মণ্যৰ দল তহঁত, লোকৰ মূৰত কঁঠাল ভাঙিবলৈ পালে একো নালাগে তহঁতক...', দেউকণে বস্তা-চিন্তা পৰি তলমূৰ কৰিলে যদিও দেউতাই মুখ বন্ধ নকৰিলে— 'সম্পত্তিৰ ভাগতো বিচৰা নাই মই। সেইবোৰ তহঁতেই খাই-বৈ থাক, আকৌ অনবৰতে

আজে-বাজে কথাৰে মোৰ ওচৰত হাত পাতি থাক কিয়?' দেউকণে কিবা এষাৰ ক'ব খুজিছিল, দেউতাই ধমকি মাৰি তাক প্ৰায় খেদাই দিয়াৰ দৰেই পঠাই দিলে। মোৰ প্ৰথম প্ৰেমকাণ্ডৰ সাৰথি বুলিয়েই দেউকণৰ ওপৰত দেউতাৰ অসদাচৰণ বেছি হ'ল বুলি গম পায়ো মনে মনে থকাৰ বাহিৰে উপায় নাছিল মোৰ।

পাছত বৰদেউতাই দেউতালৈ কঢ়া কথাৰে চিঠি এখন পঠোৱাত দেউকণক এগুণত দুগুণ কৰি লগোৱা বুলি ভাবিয়েই নেকি, দেউতাই মাৰ আগত কোৱা শুনিলোঁ, '... সেই কুলাংগাৰটোৰ লগত পৰিলে তোমাৰ ল'ৰা শেষ হৈ যাব, দেখিলাই নহয় কেনেকৈ সেইজনীৰ পাল্লাত পেলাইছিল তাক...', মোৰ কৃতকৰ্মৰ বাবে দেউকণেই দোষী বুলি বিবেচিত হোৱাত নিজকে পুনৰ দোষী দোষী লাগিল। তেতিয়াই দেউকণৰ আমাৰ ঘৰলৈ অহা আৰু আমাৰ গাঁৱৰ ঘৰলৈ যোৱাৰ ইতি পৰিল।

তাৰ চাৰিবছৰমানৰ মূৰত এবাৰ আমাৰ চহৰতে সুন্দৰ-সুশ্ৰী গাভৰু এজনীৰ লগত বাটতে ভেটাভেটি হৈছিলোঁ। লগত বয়সস্থ মানুহ এজন। মালতী আৰু ভোলা মাষ্টৰক মই প্ৰথম অৱস্থাত চিনি পোৱা নাছিলোঁ, যদিও তাই হেনো মোক দূৰৰ পৰাই চিনি পাইছিল। গাঁৱৰ ওচৰতে নতুনকৈ খোলা কলেজ এখনত তাই আগৰ বছৰ নাম লগাইছে হেনো। বাটৰ কাষৰ দোকানখনত দেউতাক তামোল এখন মুখত ভৰাবলৈ যোৱা সময়কণতে তাই আমাৰ নিচিনা আৰু তাহাঁতৰ নিচিনা মানুহৰ পাৰ্থক্যৰ কথাৰে কিবাকিবি দুই এষাৰ কৈছিল। তাইৰ সুতীব্ৰ চাৱনিত কিবা এক মনোৰম আশা তেতিয়াও লুকাই আছিল যেন লাগিছিল মোৰ। দেউতাৰ প্ৰতি ক্ষোভ এটা অহাৰ কাৰণ নিশ্চয় আছিল সেইখিনি সময়ত।

বহুত বছৰৰ মূৰত সিদিনা মালতীক হঠাতে লগ পালোঁ। এগৰাকী আদবয়সীয়া মহিলা, ইয়াৰে হাইস্কুলৰ মাষ্টৰণী। গিৰীয়েকো শিক্ষক। ভাল মানুহ। মোৰ মুখতে দেউতাৰ অসুখ বুলি গম পাই এসপ্তাহ পাছতে দুয়ো আহি ওলাইছিলহি।

কথা-বতৰাৰ মাজে মাজে মহিলাগৰাকীৰ মাজৰ পৰা গাঁৱৰ সেই চপলা-চঞ্চলা, মোক ৰুমাল দিয়া মালতীজনী কেইবাবাৰো ওলাই আহি মোক আচ্ছন্ন কৰি পেলাইছিল সেইদিনা। সেইকাৰণেই নেকি জানো যাবৰ পৰত হঠাতে মোৰ মুখৰ পৰা ওলাই গ'ল, 'তুমি মোৰ সৰু ল'ৰাটোক ঘৰতে অলপ চাই দিব পাৰিবানে মালতী?', অলপ আচৰিত হোৱা মালতী আৰু গিৰীয়েকক পুনৰ বুজাই ক'লোঁ, 'মানে দেউতাৰ তাৰ প্ৰতি টানটো বেছি। তাৰ পঢ়া-শুনাৰ প্ৰতিও সদায় চিন্তা! ঘৰতে তুমি তাক পঢ়াইছা বুলি জানিলে দেউতাই ভাল পাব...'

দুদিন পাছত তাই খবৰ দিলে— সপ্তাহত দুটা দিন আহি তাক এঘণ্টা এঘণ্টা চাই দিবহি।

'সেই যে মালতী দেউতা, গাঁৱৰ ভোলা মাষ্টৰৰ ছোৱালী, সিদিনা যে আহিছিল, পাহৰিলা নেকি? তাই আজিকালি ইয়াতে মাষ্টৰণী, তাই আহিব, মাইনাক

পঢ়াব...', শয্যাগত দেউতাই মূৰটো সামান্য লৰাই চকু পিৰিকিয়াই শলাগি থ'লে। এক ধৰণৰ সন্তোষেৰে মনটো ভৰি যোৱা যেন লাগিল মোৰ।

মালতীক লগ পালে দেউকণলৈ মনত পৰে। বৰদেউতা ঢুকুৱাৰ পাছত যিকেইবাৰ চহৰত লগ পাইছিলোঁ, তাৰ মৰামুজা চেহেৰা, মৰামুজা মন লক্ষ্য কৰি সংকুচিত হৈছিলোঁ মই। বৰদেউতাৰ অসুখৰ লগতে সিহঁতৰ সা-সম্পত্তি প্ৰায়খিনিয়েই নোহোৱা হোৱা বুলি গম পাইছিলোঁ। মেট্ৰিকত অংকত লেটাৰ লৈ প্ৰথম বিভাগত পাছ কৰিও দেউকণে পঢ়া সামৰি মাথোন কেৰাণী চাকৰি এটা জোটাই ল'বলৈ বাধ্য হৈছিল। দেউতাই তাক অকণমান সহায়ৰ হাত আগনবঢ়োৱাৰ বাবে দেউতাৰ প্ৰতি ক্ষোভ এটা উথলি উঠাৰ কাৰণ মোৰ নিশ্চয় আছিল।

কিন্তু দেউতাৰ প্ৰতি খং-ক্ষোভ সৃষ্টিৰ সকলো সম্ভাৱনা তাৰ বহু আগতেই হঠাতে নোহোৱা হৈ গৈছিল। কাৰণ মই দশম মানত থাকোতেই একেবাৰে অপ্ৰত্যাশিতভাৱে মা ঢুকাই থাকিল।

এজন বিশেষজ্ঞ চিকিৎসকৰ পত্নী হৈয়ো মায়ে চিকিৎসাৰ নামত কিমান কি পালে? প্ৰয়োজনীয় তৎকালীন চিকিৎসাত অৱহেলাৰ চিন আছিল নেকি? এনে ধৰণৰ প্ৰশ্নই মোক পিছৰ জীৱনতো হয়তো আমনি দিলেহেঁতেন, কিন্তু সেইবোৰ হ'বলৈ নাপালে। কাৰণ মই চকুৰ আগতে দেখি আছিলোঁ দেউতাৰ নিঃসংগতাৰ বেদনাদায়ক ৰূপ। তেওঁৰ চাৰিওফালৰ পৃথিৱীখন তেওঁৰ বাবে হৈ পৰিছিল কেৱল তেওঁৰ ল'ৰা-ছোৱালীহাল। বাইদেউ আৰু ময়েই তেওঁৰ বৰ্তমানো, ভৱিষ্যতো। আমি দুটাই যেন তেওঁৰ বাবে পৃথিৱীৰ সমস্ত জীৱ থকা আৰু নথকা বস্তু। মোৰ অনুভৱ কেৱল এটাই আছিল — মানুহটোৰ প্ৰতি এক অবিৰত দুখবোধ।

দেউতাৰ ওচৰত মোৰ অসহায় আত্মসমৰ্পণ লাহে লাহে যেন নিতান্ত স্বাভাৱিক হৈ পৰিল। মোৰ সকলো ইচ্ছা-অনিচ্ছা, আশা-আকাংক্ষা, বিচাৰ-বিবেচনা দেউতাক কেন্দ্ৰ কৰিয়েই পৰিশীলিত হ'বলৈ ধৰিলে।

মাজে মাজে মালৈ মনত পৰে। একেবাৰে সৰুতে মাক কৈছিলোঁ— 'মা, চৰাইবোৰৰ দৰে আমিও উৰিব পৰা হ'লে?'

'এৰোপ্লেনত উঠিলেতো চৰাইৰ দৰেই উৰি যাব পাৰি। পাইলটবোৰৰতো সদায় উৰি ফুৰাই কাম', মায়ে সহজভাৱে কৈছিল।

পাইলট হোৱাৰ বাসনা স্কুল পাছ কৰি উঠালৈকে মোৰ অটুট আছিল। কিন্তু লাহে লাহে সেই বাসনাৰ জোৰ কমি আহিল। মা হঠাতে ঢুকাই লেঠাত পেলালে। দেউতাই বাইদেউক ডাক্তৰ কৰাৰ তেওঁৰ আন্তৰিক ইচ্ছাৰ কথা জানিবলৈ দিও লেঠাত পেলালে।

বাইদেৱে যেতিয়া মেডিকেল কলেজত চিট নাপালে, মই দেউতাৰ বাবেই আপোনা আপুনি সেই দায়িত্ব কান্ধ পাতি ল'লোঁ। ভৱিষ্যতে ডাক্তৰ হোৱাৰ বাহিৰে যেন মোৰ

আন ইচ্ছা থাকিব নোৱাৰে। মই ডাক্তৰ হৈ ওলালোঁ। ডাক্তৰ হৈয়ো দেউতাৰ মৰমত সদা বিষণ্ণ মই। দেউতালৈ চাই গহীন, আত্মাভিমানী মানুহটোৰ মাজতে মৰমিয়াল নিঃসংগ মানুহটোক দেখি মৰম আৰু অনুকম্পাত অহৰ্নিশে বিচলিত হওঁ মই। অথচ নিজকে নিজে বিচলিত দেখি মই দুখী আৰু নিৰাশো হওঁ। দেউতাৰ বাবে কোনেও গম নোপোৱাকৈ চকুপানী টুকিলেও তাত নিজৰ বাবেও এটোপ দুটোপ মিহলি হৈ থাকে যেন ভাব এটাই মনটোত খোচা-বিন্ধা কৰে।

কিন্তু দেউতাই বিবুধিত পেলালে বাইদেউৰ বিয়াৰ সময়ত। বাইদেউৰ প্ৰেম-তেমৰ বিষয়ে আমি একো ভু পোৱা নাছিলোঁ। ছোৱালী মানুহৰ দূৰদৃষ্টি স্বভাৱতেই ল'ৰাতকৈ বেছি হয় নেকি? বাইদেৱে মোক সমস্ত জনোৱাৰ পাছত মনে মনে কৈছিল, 'জাতটো যে নিমিলে, এতিয়া দেউতাই বা কি কয়?' তথাপি বাইদেউ আৰু মই দুয়োটাই মনে মনে ভাবিছিলোঁ— আধুনিক মনৰ মৰমিয়াল দেউতা, তেওঁ মান্তি নোহোৱাৰ থল নাই।

কিন্তু দেউতাৰ কাৰণে জীয়েকৰ স্নেহ এক পক্ষত, আৰু সংস্কাৰ আৰু জেদ আনটো পক্ষত তেল পানীৰ দৰে হৈ থাকিল। শান্ত স্বৰত দেউতাই তেওঁৰ সিদ্ধান্ত শুনাই দিলে— 'এই বিয়া হ'লে তই এইখন ঘৰৰ লগত সম্পৰ্ক ছেদ কৰিব লাগিব, চিধা কথা।' চকুপানী মচি মচি ৰাতি বাইদেৱে মোক ক'লে, 'মই জানো, দেউতাৰ এয়ে শেষ কথা, কিন্তু ময়ো দেউতাৰে ছোৱালী, সেয়ে এতিয়াৰ পৰা তই অকলেই দেউতাক চাব লাগিব।'

বাইদেউ ওলাই গুচি যোৱাৰ পাছত প্ৰথমবাৰৰ বাবে দেউতাক বুঢ়া হৈছে যেন ধাৰণা হ'ল মোৰ। মানসিকভাৱে ভাগি পৰা মানুহটোক অসুখ-বিসুখে ঘনে ঘনে চুবলৈ আৰম্ভ কৰিলে।

মই এৰাই যাব খুজিলেও বিভিন্ন প্ৰসংগত তেওঁ ঘনে ঘনে বাইদেউৰ কথা উলিয়ায়, 'হুঃ! কেইদিনমানৰ উপৰুৱা চিনাকিৰ এটা ল'ৰা, তাৰবাবেই তাই মোক এৰি হুছকৈ যাওঁ বুলিয়েই গুচি গ'ল!', পিছৰফালে মাতটো তেওঁৰ থোকাথুকি হৈ আহে, আৰু যিটো ভয় কৰোঁ সেইটোৱেই হয়, তেওঁ উচুপিবলৈ ধৰে।

দেউতা দেখদেখকৈ শাৰীৰিক-মানসিক দুয়োফালৰ পৰাই দুৰ্বল হোৱা চকুত পৰিল। দেউতাক বেমাৰে লগ নেৰা হ'ল বুলি মই চিন্তিত হ'লোঁ। সেয়ে মই এইবাৰ দৃঢ় হ'লোঁ। ডাক্তৰী কাম-কাজৰ পৰা লাহে লাহে অব্যাহতি ল'বলৈ দেউতাক বাধ্য কৰালোঁ। তেওঁ প্ৰথমে আপত্তি কৰিছিল, কিছু কাঢ়াও হৈছিল। মই তাতোকৈ কাঢ়া হ'লোঁ। ময়ো আঁতৰি যাম বুলি ভয়তে হ'বলা, তেওঁ শেষত একপ্ৰকাৰ অনুনয়-বিনয়ৰ সুৰত কৈছিল, 'নহয় অ'— মই চেম্বাৰটোলৈ গৈ ভাল পাওঁ...', মই নামানিলোঁ, 'নালাগে, দেহাটোৰ যত্ন লোৱা তুমি!' ঘৰতে সোমাই থাকিবলৈ বাধ্য হোৱাৰ কাৰণে বুলি মই নাভাবো, কিন্তু মানুহটোৰ অসুখ-বিসুখৰ মাত্ৰা দেখদেখকৈ বাঢ়ি গ'ল। বিষণ্ণ মুখমণ্ডলৰ শীৰ্ণকায় মানুহটোলৈ চাই চাই মোৰ বিষণ্ণতাও বাঢ়ি গ'ল। অনেক দিনলৈকে তেওঁ পোৱা আঘাতবোৰৰ কথা

ভাবিলে বাইদেউৰ প্ৰতি মোৰ এক ধৰণৰ ক্ষোভ জাগ্ৰত হোৱা গম পাইছিলোঁ।

বছৰবোৰ বাগৰি যোৱাৰ পাছত এটা সময়ত বাইদেউৰ প্ৰতি থকা ক্ষোভটোৱে মোক আমনি দিবলৈ এৰিলে। মই ভাবি ভাবি এটা কথা গম পালোঁ, দেউতাক দুখ দিয়াৰ বাবে বাইদেউৰ প্ৰতি মোৰ যি ক্ষোভ আছে, তাৰ এক বৃহৎ অংশ জুৰি আছে বাইদেৱে হঠাতে মোক একধৰণৰ দুখদায়ক পৰিস্থিতিৰ মাজলৈ ঠেলি দিয়াৰ ক্ষোভ। কাৰণ বাইদেউৰ প্ৰেমকাণ্ডই চূড়ান্ত ৰূপ লোৱাৰ সময়তে ময়ো, অঁ — ময়ো ছোৱালী এজনীৰ লগত— নিৰ্দিষ্টকৈ ক'বৰ হ'লে সুস্মিতা নামৰ ছোৱালী এজনীৰ লগত যোৰ পাতিছিলোঁ।

সেইখিনি সময়ে আজিও সম্পূৰ্ণৰূপে পিছ এৰা নাই। এম-বি-বি-এছ পাছ কৰি এম-ডি কৰিবলৈ সুস্মিতা আৰু মই একেই বিষয়ত একেখন কলেজতে সোমাইছিলোঁ। নিবিড় সম্পৰ্কটোৰ জোৰত স্বাভাৱিকতেই একেডাল সূতাৰেই জীৱনৰ বাকীদিনকেইটাও বান্ধি থ'ম বুলি আমি সিদ্ধান্ত লৈছিলোঁ, আৰু ঠিক তেতিয়াই বাইদেৱে সৃষ্টি কৰা ধুমুহাৰ মাজতে আতংকিত হৈ মই উপলব্ধি কৰিলোঁ যে মোৰ বিয়াখনো দেউতাৰ অমতে যাব লাগিব।

শান্তভাৱে বহুত হিচাপ-নিকাচ কৰিবলগীয়া হ'ল মই। শেষত সিদ্ধান্তলৈ আহিলোঁ — সম্ভৱ নহয়, দেউতাক পুনৰবাৰ একেধৰণৰ আঘাত দিয়া সম্ভৱ নহয়। এইবাৰ তেওঁ চম্ভালিব নোৱাৰিব নিজকে।

অনেক যুক্তি-তৰ্ক, অনেক বুজনি, অনেক কন্দা-কটাৰ পাছত আশ্চৰ্যচকিত সুস্মিতা নিশ্চুপ হৈ এটা সময়ত আঁতৰি গৈছিল। এতিয়াও ভাবোঁ, শুদ্ধ আছিল নে নিজকে বঞ্চিত কৰাৰ সেই সিদ্ধান্ত? আজিও হঠাতে কেতিয়াবা ঘটনাৰ দুটা অনুক্ৰম চকুৰ আগেদি পাৰ হৈ যায় — মালতী আৰু সুস্মিতা, বেলেগ বেলেগ সময়ত বেলেগ বেলেগ কাৰণত মোৰ ঢুকি পোৱাৰ পৰিধিৰ পৰা ওলাই গৈছে, মই কেৱল হুমুনিয়াহ কাঢ়ি ৰৈ গৈছোঁ।

দেউতাৰ শেষ সময়ত বাইদেৱে হেঁপাহ পলুৱাই সেৱা-শুশ্ৰূষা কৰিলে। হৃদৰোগত আক্ৰান্ত হোৱাৰ পাছত সম্পূৰ্ণৰূপে অথৰ্ব আৰু শয্যাশায়ী হৈ যিমান দিন পৰি আছিল, বাইদেৱে নিয়মিত আহি শুশ্ৰূষা কৰিছিল। সেইবাবে মোৰ শ্ৰীমতীয়ে যথেষ্ট সকাহ পাইছিল। চকুৰ আগেদি অহা-যোৱা কৰি থকা বাইদেউক দেখি সেইকেইদিন প্ৰায়েই মনলৈ আহিছিল তাইক এইখন ঘৰত পুনৰ ভৰি দিয়াবলৈ মই কৰা সেই সমস্ত চেষ্টাৰ কথাবোৰ।

...একেখন চহৰতে থকা বাইদেৱে মোক মাতি পঠায়। 'দেউতাৰ কেনে?'— 'ভালেই' 'তই ইয়ালৈ অহা বুলি কিন্তু দেউতাক নকবি, দুখ পাব।', কওঁতেই মাতটোত কঁপনি উঠে তাইৰ। মই নিজকে নিজে কওঁ— এইৰ মাতৰ কঁপনি মাৰিব লাগিব মই। অতি কষ্টেৰে, অতি সাৱধানতাৰে বাইদেউ আৰু দেউতাক মই লাহে লাহে ওচৰ চপাই আনিবৰ চেষ্টা কৰিলোঁ। যেন দুডাল আলসুৱা সূতাৰে অনেক দূৰৰ পৰা দুয়োকে অকণ অকণকৈ টানি আনি থাকিলোঁ। দুয়ো একেবাৰে ওচৰ পায় মানে মোৰো জীৱনৰ বৃহৎ এছোৱা পাৰেই হৈ গ'ল।

দেউতা ঘৰৰ পৰা ওলাবলৈ বন্ধ কৰাৰ সময়তে গাঁৱৰ ঘৰখনৰ লগত পুনৰ সম্পৰ্ক স্থাপন কৰাতো সফল হ'লোঁ মই। দেউকণৰ বাহিৰে এটা এটাকৈ সকলোবোৰ আহিল। দেউতায়ো সহজভাৱেই সকলোকে পুনৰ গ্ৰহণ কৰিলে।

দেউতা হৃদৰোগত আক্ৰান্ত হৈ মুমূৰ্ষু অৱস্থা পাওঁতেও লক্ষ্য কৰিলোঁ ইটো সিটো অজুহাতত দেউকণ অহা নাই। দেউতাৰ অৱস্থা সামান্য উন্নত হওঁতেই মই নিজে গৈ প্ৰথমে জোৰ কৰি, পিছত মিনতি কৰি তাক আনিবলৈ সক্ষম হ'লোঁ। আনিয়েই তাক দেউতাৰ শুশ্ৰূষাত পূৰ্ণোদ্যমে লগালোঁ।

'এয়া দেউকণ, চিনি পাইছানে দেউতা? তোমাৰ লগত দিনে-ৰাতিয়ে লাগিয়েই আছে এইকেইদিন...'

সাধাৰণতে দিয়াৰ দৰেই চকুকেইটা পিৰিকিয়াই দেউতাই সঁহাৰি দিয়াত দুখৰ মাজতো একধৰণৰ সন্তোষত মনটো ভৰি গ'ল।

দেউতাক লৈ দুখৰ মাজতো সন্তোষ নোপোৱাকৈ থকা নাই। দেউতাক পৰিপূৰ্ণ ৰূপত যে সকলোবোৰ দেখুৱাব পাৰিছোঁ। মাজে মাজে ভাব হৈছিল— পাৰিম চাগৈ, মোৰ ডাঙৰ ল'ৰাটোৰ বিয়াখনো দেউতাক দেখুৱাবগৈ পাৰিম চাগৈ। সি যোৱাবাৰ দিল্লীত পঢ়িবলৈ গৈছে। পাছ কৰিবলৈ কমেও চাৰিবছৰ আছে, বিয়া কৰাবলৈ কমেও পাঁচ বছৰ। দিল্লীতে চাগৈ সি ছোৱালী এজনী ঠিক কৰি পেলাব। অজাতিৰ হোৱাৰ সম্ভাৱনাই বেছি। জাত-পাত চাইতো আৰু সি প্ৰেম নকৰে। কোনো কথা নাই, জাত-পাতৰ সীমাবদ্ধতা দেউতাৰ ক্ষেত্ৰত আৰু নাই। তাৰ বিয়াখনলৈকে দেউতাক ৰাখিব পাৰিলে নিঃসন্দেহে মই সন্তোষ পাম।

কিন্তু সন্তোষৰ কথা ভাবি থাকোতেই চকুৰ আগতে এটা মাহৰ ভিতৰতে দেখিলোঁ ৰোগজনিত বিভিন্ন কাৰণত, ঔষধজনিত বিভিন্ন কাৰণত দেউতাৰ মানসিক সজীৱতা বহুখিনি কমি আহিল। এমাহ আগতেও ফুটা-নুফুটাকৈ কিবা এটা মাত কাচিৎ কেতিয়াবা ওলাইছিল, কেইদিনমানৰ ভিতৰতে নোলোৱা হ'ল। মূৰটো সামান্য লৰাব পাৰিছিল, তাকো নোৱাৰা হ'ল।

নিৰ্জীৱ কাঠ এডালৰ দৰে বিছনাত পৰি থকা দেউতাক দেখি লাহে লাহে মোৰ ভিতৰখনতো কিবা এটা হ'ল। ভিতৰখন কিবা আচহুৱা নতুন নতুন অনুভৱে নতুন ধৰণে আলোড়িত কৰিবলৈ ল'লে। নিজৰ প্ৰতি একধৰণৰ সন্দেহ আৰু অনিশ্চয়তাত মূৰটো ভমভমাবলৈ ল'লে। সঁচাকৈয়ে আনে কোৱাৰ দৰে পিতৃস্নেহৰ তাগিদাতে কৰি আছোঁনে সকলোবোৰ? দেউতাৰ মনোবেদনা লাঘৱ কৰাই মোৰ একমাত্ৰ উদ্দেশ্য নে? দেউতাৰ বাবে টোকা চকুপানীৰ লগত নিজৰ বাবে টোকা চকুপানী কিমানখিনি মিহলি হৈ থাকে? এইধৰণৰ দেউতা আৰু মোৰ সম্পৰ্কক লৈ নানান অবাঞ্ছিত প্ৰশ্ন যেন কোনোবাই মোৰ ভিতৰখনত কীট-পতংগ মেলাদি মেলি দিলে।

নিঃসাৰ হৈ পৰি থকা দেউতাটোলৈ চাই মোৰ বুকুখন হমহমাই উঠে। হায় হায়! দেউতাৰ বাবে মই কৰিব পৰা আৰু কি আছে? লগে লগে ভিতৰখনত যেন কোনোবাই ছুৰীকাঘাত কৰে। নানান আজে-বাজে প্ৰশ্নই কিলবিলাই উঠি মোক বিপন্ন, বিমূঢ়, বিধ্বস্ত কৰি তোলে। মনৰ ভিতৰৰ আলোড়নখিনিৰ বহিৰ্প্ৰকাশ ঘটি কেইবাবাৰো মুখেৰে চিএৰ একোটাও ওলাই আহিছিল, পত্নী-পৰিয়াল চিন্তিতও হৈছিল।

শেষত কিবা এটা হেস্ত-নেস্ত কৰাৰ মানসেৰে জোৰদাৰ মানসিক প্ৰস্তুতি কৰি লৈ মই এবাৰ নিজৰ মুখামুখি হ'লোঁ। ঠিক আছে, এইবাৰেই নিবাৰ— 'কোৱা, দেউতা আৰু মোৰ সম্পৰ্কক লৈ কি ক'বা বহলাই কোৱা।'

'ক'বলৈ একো নাই, তোমাৰ কৰিবলৈও একো নাই, ইতিমধ্যেই তুমি দেউতাৰাক তোমাৰ সামৰ্থ অনুযায়ী ঠিকেই কষ্ট দিছা।'

'কষ্ট? মই?'

'অঁ, শুনা, দেউতাৰাৰ প্ৰতি মৰমৰ টানত পৰি নিজে বিচৰামতে জীৱনটো যাপন কৰিব নোৱাৰিলা বুলি তুমি আজীৱন অনুশোচিত, ক্ষোভিতও। পিতৃস্নেহত আকণ্ঠ ডুবি তুমি নিজৰ ইচ্ছাৰ বিৰুদ্ধে কৰিব লগা কামো কৰ্তব্য বুলি ভাবা ঠিকেই, কিন্তু তাৰ কাৰণে তুমি ভিতৰি ভিতৰি ক্ষোভিত হৈ থাকা। সৰুকালৰ হেঁপাহ অনুসৰি পাইলট হ'ব নোৱাৰাৰ দুখ তোমাৰ এতিয়াও আছে, সেয়ে তুমি দেউতাৰাক তেওঁৰ হেঁপাহৰ ৰোগী চোৱা চেম্বাৰখনৰ পৰা সামান্য অজুহাততে আঁতৰাই আনি তেওঁৰ বেমাৰী অৱস্থাটো আগুৱাই আনিলা। মালতীৰ প্ৰতি তোমাৰ ভালপোৱা কলিতে মোহাৰি পেলোৱা বুলি তুমি দেউতাৰাৰ ওচৰলৈ প্ৰথম সুযোগতে মালতীক পুনৰ আনিছা, এইবাৰ টিউচনৰ নামত। মাৰাৰ লগত কিছু পৰিমাণে অৱহেলা আৰু চিকিৎসাৰ অভাৱ জড়িত বুলি তুমি বিশ্বাস কৰা, সেয়ে...'

'সেয়ে?'

'সেয়ে দৰৱ আৰু পথ্য দেউতাৰাক সময়মতে নিদিলে কিমান ক্ষতি হ'ব পাৰে সেই বিষয়ে তোমাৰ মনত কৌতূহল এটা জাগিব খোজে কিন্তু নোৱাৰা, কাৰণ পিতা-পুত্ৰৰ উপৰিও ডাক্তৰ-বেমাৰীৰ সম্পৰ্কৰ বাধা এটাও আছে। সেইবুলি পৰিয়ালৰ কথাবোৰততো কোনো বাধাৰ প্ৰশ্ন নাই। সেয়ে দেউকণ আৰু ৰবমাৱ্ৰ ঘৰখনৰ প্ৰতি অবিচাৰ কৰা হৈছে বুলি তোমাৰ যি বিচাৰ, তাৰ বাবে প্ৰথম সুযোগতে তুমি সেইখন ঘৰৰ লগত সম্পৰ্ক পুনৰ মজবুত কৰিছা। আনকি অন্তিম সময় বুলি ভাবি দেউকণক মাতি আনি তাক, কেৱল তাক দেউতাৰাৰ ৰখীয়া পাতিছা, আৰু দেউতাৰাক সেইটো জনাবলৈয়ো পাহৰা নাই। বিয়াৰ ক্ষেত্ৰত তুমি কৰিব নোৱাৰা কামটো তোমাৰ পুত্ৰই কৰি দেউতাৰাক দেখুৱাব বুলি তোমাৰ ক্ষীণ আশা এটা এতিয়াও আছে। নিজে ডাক্তৰণীজনীক বিয়া কৰাবলৈ নোপোৱাৰ ক্ষোভটোৰ বাবেই বাইদেৱেৰাক দেউতাৰাৰ লগ লগাই তুমি দেউতাৰাক বুজাই দিছা- 'জেদ, অভিমানত জিকাটোও জীৱনত পৰম সত্য নহয়।'

'কিন্তু, দেউতাৰ প্ৰতি মোৰ যি স্নেহ, সেয়াতো পৰম সত্য?'

'পৰম সত্য স্নেহৰ লগতে একেলগে সোমাই আছে আন এক পৰম সত্য — ঘৃণা। তুমি গমেই পোৱা নাই কেতিয়া কোন সত্যৰ কবলত আছা।'

'কিন্তু এতিয়া দেউতাৰ প্ৰতি মোৰ যি অনুভৱ...'

'অঁ, এতিয়াহে তুমি প্ৰকৃত পিতৃস্নেহত ডুবিবলৈ লৈছা। এতিয়া তুমি দেখিছা — দেউতাৰাৰ সকলো জেদ, অভিমান ধূলিস্যাৎ হৈ মানুহটো এতিয়া এক পুতৌলগা বিগত কালৰ ছবি মাথোন। সেয়ে তোমাৰ ভিতৰখনৰ তিতা-কেঁহা এইকেইদিন লাহে লাহে বাঢ়ি আহিছে। এতিয়া তুমি স্পষ্ট ৰূপত দেখিছা — প্ৰাপ্তবয়স্ক হোৱাৰ পৰা দেউতাৰাৰ প্ৰতি তোমাৰ যিটো অনুভৱ তাক একধৰণৰ মৰম আৰু অনুকম্পাৰ প্ৰলেপ থকা প্ৰতিশোধৰ বুলিও কৈ পেলাব পাৰি।'

জাঁপ মাৰি উঠিলোঁ মই। মুখেৰে চিঞৰ এটা ক'ব নোৱাৰাকৈয়ে ওলাই গ'ল।

পত্নী, ল'ৰা-ছোৱালী আটাইবোৰ আহি ওচৰ চাপিল। সকলোৰে মুখত ফুটা নুফুটা এটাই প্ৰশ্ন — আকৌ?

নিকট আত্মীয় দুই এজনে পৰামৰ্শ দিলে — আচলতে তোমাৰ কিছু জিৰণিৰ প্ৰয়োজন হৈছে। শাৰীৰিক, মানসিক দুয়োফালৰ পৰাই ক্লান্ত, অৱসন্ন তুমি।

পত্নীৰ পৰামৰ্শটোহে বাস্তৱমুখী যেন লাগিল। আচলতে মোক জিৰণি নালাগে, ব্যস্ততাহে লাগে। হাস্পতাল, চেম্বাৰ, ৰোগী, প্ৰেচক্ৰিপচন— এইবোৰৰ মাজত সময়ক দ্ৰুত গতিৰে দৌৰাব লাগে। আজে-বাজে ভাবনাবোৰ তেহে ভেটিব পৰা যাব।

কিন্তু যিয়েই যি নকওঁ, যিয়েই যি নকৰোঁ, তুলনা আৰু সম্ভাৱনীয়তাৰ নানানটা কথাই মোক ওৰে জীৱন আমনি কৰি থকাটোতো সত্য। সেইখিনিতো নুই কৰাৰ উপায় নাই। দেউতাৰ শেষ কালত তেওঁৰ সকলোবোৰ মৰমৰ পাত্ৰ মৰমেৰে পূৰ্ণ হোৱা দেখা পাই মোৰোতো মনত আনন্দৰ বাহিৰে আন একো থাকিব নালাগে। কিন্তু এতিয়াও সুযোগ বুজি বুজি মোৰ ভিতৰৰ পৰা হুমুনিয়াহ একোটা সৰকি ওলাই অহাটোতো সত্য। সেই হুমুনিয়াহত 'কেৱল মই বঞ্চিত' ধৰণৰ সুৰ এটা সোমাই থকাটোওতো সত্য।

মই সিদ্ধান্তলৈ আহিলোঁ- মোক প্ৰায়শ্চিত্ত লাগিব। দেউতাক আৰোগ্য কৰাৰ বাবে প্ৰয়োজন হ'লে পৃথিৱীৰ সিমূৰলৈকে নিয়াৰ এক একপক্ষীয় সিদ্ধান্তত উপনীত হ'লোঁ মই। ইউৰোপ, আমেৰিকাত চিকিৎসা বিজ্ঞানৰ গতি ভাবিব নোৱাৰাকৈ বৃদ্ধি হৈ গৈ আছে।

'দেউতা, তোমাক মই বাহিৰলৈ নিম, দৰকাৰ হ'লে লণ্ডন, দৰকাৰ হ'লে নিউয়ৰ্ক!', সেইদিনা গোটেই দিনটোত কেইবাবাৰো দেউতাৰ ওচৰলৈ গৈ ক'লোঁগৈ। পৰিয়ালৰ সকলো বিবুধিত পৰিল। দেউতাৰ প্ৰতিক্ৰিয়া প্ৰথমতে একো নাছিল যদিও পিছৰফালে তেওঁ মোৰ কথা বুজি পোৱা বুলি গম পালোঁ। চকুকেইটা বহলকৈ মেলি

দিয়াৰ পাছত ওঁঠটো সামান্য কঁপি উঠিল তেওঁৰ। পিছলৈ কোনো কথাত আপত্তি কৰিব খুজিলে তেওঁ সেইধৰণে কৰে। মই পুনৰ পেৰি পেৰি বুজালোঁ, 'একো চিন্তা নকৰিবা, মই বাহিৰলৈ নি ভাল কৰিম তোমাক!', পুনৰ দেউতাৰ বিস্ফোৰিত নেত্ৰ আৰু ওঁঠৰ কঁপনি।

ৰাতিলৈ দেউতাৰ ওঁঠৰ কঁপনি বাৰে বাৰে আহিবলৈ ধৰিলে। অস্থিৰ যেন লগা মানুহটোৰ নাড়ী স্পন্দনকে ধৰি অনেক কথা সামান্য অনিয়মীয়া হোৱা চকুত পৰিল। পৰিয়ালৰ কাকো একো নজনাই সকলোকে শুবলৈ কৈ মই দেউতাৰ লগত থাকিলোঁ। মাজৰাতি হঠাতে দেউতাৰ অৱস্থা বেয়ালৈ গ'ল। পৰিয়ালত হুৱা-দুৱা লাগিল। ডাক্তৰকো ফোন কৰা হ'ল। কিন্তু ডাক্তৰ আহি পোৱাৰ আগতেই মোৰ দুবাহুৰ মাজতে দেউতা ঢুকাল।

দেউতাৰ লগতে মোৰ অনেক অবাঞ্ছিত চিন্তা-ভাবনা এককোবেই অতীত হৈ গ'ল। দেউতাৰ মৃত্যুৰ অতি কম সময়ৰ ভিতৰতে মই পুনৰ সহজ আৰু স্বাভাৱিক হোৱা দেখি ঘৰখনৰ আটাইৰে মনবোৰ এতিয়া পাতল হৈছে। কিছুদিনৰ আগৰ মোৰ অস্বাভাৱিকতাৰ পৰা এতিয়াৰ স্বাভাৱিকতালৈ পুনৰাগমনক কোনে কি ধৰণে লৈছে নাজানো। মই ডাক্তৰ মানুহ। দেউতাৰ মৃত্যুৰ ডাক্তৰী ব্যাখ্যা নিশ্চয় আছে। কিন্তু দেউতাৰ আচম্বিতে অহা মৃত্যুৰ প্ৰকৃত কাৰণ যিয়েই নহওক, তাৰ কোনো প্ৰয়োজন মোৰ নাই। মোৰ বাবে দেউতাৰ এই ধৰণৰ মৃত্যুৰ একমাত্ৰ কাৰণ — মোৰ পিতৃস্নেহৰ স্বীকৃতি দি মৰমিয়াল, আত্মাভিমানী, কৰ্তব্য সচেতন দেউতাই চিকিৎসাৰ নামত মোক পুনৰ কোনো ধৰণৰ জঞ্জালত নেপেলাওঁ বুলি সেই ৰাতিয়েই মন ডাঠ কৰি পেলালে। ❑❑

**['আজিৰ অসম' কাকতৰ মাহেকীয়া আলোচনীত আগষ্ট, ২০০৪ত প্ৰকাশিত]**

# কৱচ

বড়ো বসতিপ্ৰধান অঞ্চলত নিবনুৱা ল'ৰাৰ ঋণদানৰ প্ৰাৰ্থী নিৰ্বাচনৰ বাবে চৰকাৰী কৰ্তব্যত যাবলৈ ওলাইছোঁ। এনেয়েই সামান্য শংকা আৰু উদ্বিগ্নতাৰ ভাব এটা আছিলেই, তাতে যেতিয়া শুনিবলৈ পালোঁ স্থানীয় গাঁওবোৰৰ পৰা কিছু ল'ৰা সাক্ষাৎকাৰত বাধা দিবলৈ গোট খাব পাৰে, উৎকণ্ঠাৰ চাপটো বাঢ়ি গ'ল। তলতীয়া বিষয়া বৰুৱাক লগত লৈছোঁ, তাৰ স্থানীয় চৰকাৰী বিষয়া দুই-তিনিজন বাছনি কমিটিৰ সদস্য হিচাপে লগত থাকিব, তথাপি আৰু কাৰোবাক লগত নিব পৰা যায় নেকি চিন্তা কৰিলোঁ। শেষত বৰুৱাই আশ্বস্ত কৰাৰ সুৰতে ক'লে — 'একো নহয় ছাৰ, আমাৰ, 'স্বয়ম্ভু' নেতাৰ দৰে নেতাবোৰে উচটনি নিদিলে একো গণ্ডগোল হোৱাৰ সম্ভাৱনা নাই।'

'স্বয়ম্ভু নেতা' মানে মোৰ কাৰ্যালয় থকা চহৰৰে সকলোৰে পৰিচিত এজন যুৱ নেতা। তেওঁ হেনো আগতে ছাত্ৰ-নেতা আছিল, আজিকালি ছাত্ৰ নহয় বাবে যুৱ নেতা হৈছে। ৰসিক মানুহ বৰুৱাই বিভিন্ন বিশেষণেৰে তেওঁৰ বৰ্ণনা দিয়ে। একেবাৰে শেহতীয়া বিশেষণটো হৈছে 'স্বয়ম্ভু নেতা'। মই বদলি হৈ আহি কাৰ্যভাৰ লোৱা বেছি দিন হোৱা নাই যদিও সেইজনে ইতিমধ্যেই কেইবাবাৰো মোৰ অফিচলৈ আহি দিগদাৰ কৰিছে। অযুক্তিকৰ আজে-বাজে অভিযোগ — অমুকে অমুক ঋণটো কিয় নাপালে? অমুকে অমুক কামটো কেনেকৈ পালে? ইত্যাদি। একেবাৰে শেহতীয়াভাৱে তেওঁ জিলাখনৰ ভিতৰৰে এখন 'বিদেশীৰ ঠাই'ৰ প্ৰতি চৰকাৰী চাকৰিয়ালসকলৰ অহেতুক প্ৰীতিক লৈ অফিচত মোৰ ওচৰত বিষোদগাৰ কৰি গৈছে - 'ছাৰ, আপোনালোকেতো সকলোবোৰ চৰকাৰী সা-সুবিধা এই 'বিদেশীৰ ঠাই'খনৰ বাবেই ৰাখি থৈছে। আপোনালোকৰ আঁচনিবোৰৰ আটাইতকৈ বেছি ৰূপায়ণ হয় সেই ঠাইত, হিতাধিকাৰীৰ সংখ্যা সৰ্বাধিক হয় তাতে, বেংকৰ ঋণ সময়মতে মোকলাই দিয়ে তাতে, খেতিৰ বাবে পাম্পছেট সকলোতকৈ আগতে বিতৰণ হয় তাতে ....,এই বাংলাদেশী বঙালী আৰু মিঞাবোৰৰ ঠাইখনেই আপোনালোক সকলোৰে বুকুৰ কুটুম!', মই প্ৰথমে বুজনি দিছিলোঁ যে তেওঁৰ কথাবোৰ সত্যৰ ওপৰত প্ৰতিষ্ঠিত নহয়। পাছত তেওঁক বিতাৰিত কৰাৰ বাবে এনেই কিছুমান প্ৰতিশ্ৰুতিও দিছিলোঁ, তথাপি তেওঁক সোনকালে শান্ত কৰিব পৰা নাছিলোঁ। তেওঁ ওলাই যোৱাৰ পাছত তলতীয়া বিষয়া বৰুৱা কোঠালৈ সোমাই আহি মোক

কৈছিলহি, 'ছাৰ, এইটোৰ কথাত কোনো গুৰুত্ব নিদিব, মই ইয়াৰ যুৱ-ছাত্ৰ সংগঠনৰ নেতা সকলোকে জানো, ই ক'বো নেতা নহয়। লগত চাম্‌চা কেইটামান লৈ ঘূৰি ফুৰা ই এক 'স্বয়ম্ভু নেতা' - বেছি নালাগে ছাৰ, ইয়াৰ সমুখত আপুনি হুইস্কীৰ বটল এটা জোকাৰি দিয়ক, ইয়াৰ ধুমুহা-গাজনি সকলোবোৰ গৈ ৰিব্ ৰিব্ মলয়া বতাহ হৈ পৰিব!'

বৰুৱা ৰসিক মানুহ, বয়সো মোৰ সমবয়সৰ। সেয়ে তেওঁৰ লগত মই মুক্তভাৱে কথা পাতো। চৰকাৰী কামত গাড়ী লৈ যাবলগীয়া হ'লে মই পৰাপক্ষত সদায় তেওঁক লগত লওঁ। তেওঁ মোৰ কৰ্মস্থানৰ এই চহৰখনতে ঘৰ-দুৱাৰ সাজি নিগাজী হৈছে। 'বিদেশীৰ ঠাই'খনৰ বিষয়েও মোক যথেষ্ট ব্যাখ্যা দিছে তেওঁ।

মোৰ কাৰ্যালয় থকা চহৰখনৰ পৰা মাথোঁ পোন্ধৰ কিলোমিটাৰৰ দূৰত্ব এই 'বিদেশীৰ ঠাই'খনৰ। সৰু ঠাই, এখন তেনেই সৰু নগৰ, কিন্তু কোনোপধ্যেই গুৰুত্বহীন নহয়। বিভিন্ন চৰকাৰী আঁচনিৰ সন্দৰ্ভত ইতিমধ্যেই মই কেইবাৰো আহিছোঁ ঠাইখনলৈ। কেতিয়াবা ঠাইখনৰ মাজেৰে পাৰ হৈ আগলৈ যাওঁ। ঠাইখনৰ পৰা বাওঁহাতে ফালৰি কাটি পোন্ধৰ-বিশ কিলোমিটাৰ আগুৱাই গ'লে যিখন বড়ো বসতিপূৰ্ণ সৰু নগৰ পোৱা যায়, সেইখনো মোৰ জিলাখনৰ ভিতৰতে, এটা মহকুমাৰ সদৰ আছিল এতিয়া নতুনকৈ জিলা হৈছে। তালৈও চৰকাৰী কৰ্তব্যৰ খাতিৰত যাবলগীয়াত পৰোঁ। সেয়ে এই সৰু ঠাইখন, এই 'বিদেশীৰ ঠাই'খন সঘনাই দেখা হয়। প্ৰতিবাৰ ঠাইখন দেখাৰ লগে লগে ঠাইখনৰ উদ্যমী, গতিশীল আবহাওৱাটো চকুত পৰে। বিস্ময়-বিমুগ্ধ হৈ মই চাই ৰওঁ ঠাইখনৰ দুৰন্ত কৰ্ম-সংস্কৃতিৰ ঢৌ।

দেখি-শুনি মই যিখিনি জানিছোঁ — ঠাইখনত অল্প সংখ্যক থলুৱা অসমীয়া মানুহ নোহোৱা নহয়, কিন্তু বেছিভাগেই স্বাধীনতাৰ আগতে অহা আৰু কিছুসংখ্যক স্বাধীনতাৰ পাছত অহা উদ্বাস্তু। বিভিন্ন সময়ত, বিশেষকৈ স্বাধীনতাৰ আগতে আহি থিতাপি লোৱা উদ্বাস্তুসকলৰ সকলো প্ৰকাৰৰ শ্ৰমৰ বিনিময়ত এফালে এই সৰু নগৰাঞ্চলৰ নাতিদূৰত ধান, মাহ, সৰিয়হ, শাক-পাচলিৰ অপৰ্যাপ্ত উৎপাদন আৰু আনফালে নগৰৰ মাজত ঘৰে ঘৰে সৰু-বৰ সকলো ধৰণৰ ব্যৱসায়ৰ জোৱাৰ। কাপোৰ-কানি, মাছ, মুৰ্গী, গাখীৰ, কণী, ধঁপাত, তামোল, চুপাৰী সকলো ধৰণৰ ব্যৱসায় আৰু লগতে সৰু-সুৰা কল-কাৰখানা, গাড়ীৰ গেৰেজ, মিনিবাছ, টেক্সি আদি সকলোবোৰ ব্যৱসায়িক উপাদানেৰে চাৰিওফালে অৰ্থনৈতিক স্বাৱলম্বনৰ গিজ গিজ।

বৰুৱাই কেতিয়াবা কয়, 'ছাৰ আমাৰ স্বয়ম্ভু নেতাই আপত্তি কৰা এই 'বিদেশীৰ ঠাই'খন দেখিলে স্বদেশী হিচাপে মই গৌৰৱ অনুভৱ কৰোঁ। ঠাইখন দেখিলেই মনত বহুত ভাব খেলাই যায়, বহুত কথা শিকিব পৰা যায়। কিন্তু যি সকলে শিকিব লাগে, সেই সকলে ঠাইখনক সাৱধানী দূৰত্বত ৰাখি এৰাই চলে, কাৰণ ঠাইখনক স্বয়ম্ভু নেতাৰ দৰে অনেকে 'বিদেশীৰ ঠাই' কৰি ৰাখিছে।'

লাহে লাহে 'স্বয়ম্ভু নেতা' আৰু 'বিদেশীৰ ঠাই' এই দুয়োটা কথাই মোক অনেক ভাবৰ খোৰাক যোগাইছে। মোৰ কেতিয়াবা স্বয়ম্ভু নেতাক মাতি আনি সমুখত বহুৱাই লৈ সুধিবৰ মন যায় 'আচ্ছা স্বয়ম্ভু, চাৰিওফালে অসমীয়া আৰু বড়ো বসতিপূৰ্ণ অঞ্চলবোৰত হত্যা-সন্ত্ৰাসৰ বিপৰীতে আপোনাৰ এই 'বিদেশীৰ ঠাই'খনত তুলনামূলকভাৱে একো গণ্ডগোল নাই কিয় হে'? ভাবি চাইছেনে কেতিয়াবা? — ইয়াৰ পৰা হেনো চাউল-দালি, তৰকাৰী-পাচলি, দৰৱ-জাতি একেবাৰে উগ্ৰপন্থীৰ ঘাটি থকা অঞ্চলবোৰলৈকো যায়। চাৰিওফালৰ জনসাধাৰণে এই যোগানৰ ওপৰতে নিৰ্ভৰ কৰি চলি আছে হেনো? ইয়াৰ পৰাই অৰ্থনৈতিক নিয়ন্ত্ৰণ জড়িত কিবা ৰক্ষাকবচ ঠাইখনে পাই আছে নেকি বাৰু? ....', পিছে নোসোধো। জানো, ইমান ডাঙৰ, ডাঙৰ কথা স্বয়ম্ভুৰ মূৰে ঢুকি নাপায়।

আজি বৰুৱাই 'স্বয়ম্ভু নেতাৰ' উচটনিৰ কথা উনুকিওৱা দেখি সেয়ে মই সুধিলোঁ, 'আমাৰ স্বয়ম্ভুও সেইখিনি ওলাবগৈ পাৰে নেকি আজি?'

'শুনিছোঁ ছাৰ, মানে তাৰ আচল ঘৰ তাতহে ছাৰ। ইয়াত সি অকলেহে থাকে। বিধবা মাকজনী আৰু ভায়েকটো এতিয়াও তাতে পুৰণা ঘৰত আছে। ভায়েকটোৱেও আন ল'ৰাবোৰৰ দৰে যোৱাবাৰ ঋণৰ বাবে নিৰ্বাচিত হৈও সম্পূৰ্ণ পইচা নোপোৱাকৈ আছে। সেয়ে বড়ো গাঁওকেইখনৰ ল'ৰাখিনিয়ে আগৰবাৰৰ ঋণৰ পইচা বেংকৰ পৰা সম্পূৰ্ণ নোপোৱাকৈ এইবাৰৰ হিতাধিকাৰী নিৰ্বাচন কৰিবলৈ আজি নিদিয়ে বুলি শুনি সিহঁতৰ লগতে হাত উজান দিবলৈ স্বয়ম্ভু গৈ ওলোৱাৰ সম্ভাৱনা আছে।'

'হয় নেকি? আচ্ছা, তাৰমানে টাউনখনত পুৰণা অসমীয়া মানুহো আছে তেতিয়া হ'লে?'

'টাউনখনততো ছাৰ বেছিভাগেই অসমীয়া মানুহ, চাৰিওফালৰ গাঁওবোৰতহে বড়োসকল!'

'কেনেকৈ? টাউনখনতনো অসমীয়াসকল কেতিয়াৰ পৰা কেনেকৈ আহি বহিল?'

'বেছিভাগেই ছাৰ, বেপাৰ কৰিবলৈ আহি বহি গৈছিল বোলে। অসমীয়া বেপাৰীবোৰৰ অনেকেই বড়ো খেতিয়কসকলৰ লগত ধান-চাউলৰ বেপাৰ কৰি ধনী হৈ গৈছিল আৰু এজন-দুজনকৈ লাহে লাহে বসতি আৰম্ভ কৰিছিল এতিয়া টাউন হোৱা ঠাইডোখৰত।'

ৰসিক বৰুৱাই ৰসৰ সঞ্চাৰ ঘটোৱাৰ উদ্দেশ্যেৰেই পুনৰ ক'লে, 'অসমীয়া বেপাৰীসকলৰ অনেকেই হেনো ঠগবাজিৰে পইচা ঘটিছিল।'

'মানে?'

'বেপৰীবোৰে হেনো গাঁওবোৰত সোমাই ধান কিনে। ধান কিনিবলৈ আহি বেপাৰীবোৰে হেনো সৰু পাচিৰে ডাঙৰ পাচিৰ পৰা ধান জুখি নিজৰ বস্তাত ভৰায়

আৰু সেই অনুযায়ী দাম দিয়ে। ঘৰৰ তিৰোতাজনী ওলাই আহি ধান বিকে। দুপৰীয়া ঘৰৰ মতাবোৰ হয় পথাৰত, নহয় বাৰীচুকত, নহয় লাউপানীৰ খোলাত। তিৰোতাজনীয়ে ডাঙৰ পাচিটোৰ ওচৰত থিয় দি চাই থাকে। বেপাৰীয়ে সমুখতে বহি লৈ পাচিৰে ধান জুখি বস্তাত ভৰাই যায় আৰু গণি যায়। কিন্তু গামোচা আৰু গেঞ্জী পিন্ধি অহা বেপাৰীয়ে এনেদৰে ভৰি মেলি বহে, যে সমুখৰ তিৰোতাজনীয়ে আনফালে মুখ ঘূৰাই থাকিবলগীয়া হয়।'

'মানে?'

'মানে গামোচাৰ তলত কোনো অন্তৰ্বাস নাই। ইচ্ছা কৰি পিন্ধি নাহে, যাতে সমুখৰ তিৰোতা মানুহে মুখ ঘূৰাই দিবলৈ বাধ্য হয় আৰু সেই সুযোগতে বেপাৰীয়ে মাজে মাজে দুপাচি বা তিনি পাচিত এক পাচি ধৰি হিচাপ কৰি যায়। ধান যদি ল'লে পোন্ধৰ পাচি— হিচাপ হ'ল ন পাচিৰ, যদি ল'লে পঁচিছ পাচি, হিচাপ হ'ল পোন্ধৰ পাচিৰ।'

'সঁচাই নে?'

'সঁচা-মিছা নাজানো ছাৰ, শুনা কথা, কাহিনীও হ'ব পাৰে!'

'সঁচা হ'লেতো এয়া দেখ দেখ শোষণ!', মই মতামত দিলোঁ।

'শোষণ বুলিলে শোষণ, তোষণ বুলিলে তোষণ।' — বৰুৱাৰ মুখত কেতিয়াবা দ্ব্যৰ্থক ভাষাৰ লালিত্য শুনিবলৈ পোৱা যায়।

যাই হওক, আন কথাৰ পৰা মনটো আঁতৰাই সমাগত বাস্তৱত মনোনিবেশ কৰিলোঁ। অনাহুত পৰিস্থিতি এটাৰ সন্মুখীন হোৱাৰ সম্ভাৱনীয়তাৰ কথা ভাবি গাড়ীৰে গৈ থাকোতেও ভিতৰি মই কিবা এক অস্বস্তি বোধ কৰি থাকিলোঁ। শংকা, উদ্বিগ্নতা জড়িত খেলিমেলি ভাব কিছুমানে মনটোক অজানিতেই আমনি দি থাকিল। গুৱাহাটীত পৰিয়াল থৈ আহি সত্তৰ কিলোমিটাৰ দূৰৰ এই চহৰত ভাড়াঘৰ লৈ অকলে আছোঁ। এই জিলাত প্ৰায়বোৰ উগ্ৰপন্থী সংগঠন, বিশেষকৈ বড়ো উগ্ৰপন্থী সংগঠনৰ প্ৰাধান্য থকা বুলি সকলোৱে জানে। বন্দুকধাৰী ল'ৰাইতৰ নৃশংসতা আৰু বৰ্বৰতাই অনেক পৰিয়ালৰ জীয়াই থকাৰ শেষ সম্বলকণো কাঢ়ি নিয়াৰ অনেক হৃদয় বিদাৰক কাহিনী শুনিছোঁ। শুনিলে এনে লাগে যেন এই বন্দুকধাৰী ডেকাইত তেজ-মঙহৰ আৰু মানুহ আকৃতিৰ যদিও ইহঁত মানুহ নহয়, মায়া-মমতা, আবেগ-অনুভূতি, স্নেহ-কৰুণা এইবোৰৰ বাহিৰৰ একোছটা শিলহে যেন ইহঁত!

বৰুৱাৰ কথাই সঁচা হ'ল। গাড়ীৰ পৰা নামি সাক্ষাৎকাৰ হ'বলগীয়া আমাৰ বিভাগীয় কাৰ্যালয়ত সোমায়েই দেখিলোঁ প্ৰতিবাদী যুৱকৰ দল এটা। চাৰিভাগৰ তিনিভাগ বড়ো যুৱক, এভাগ অসমীয়াভাষী। দলটোৰ সন্মুখতে হাত জোকাৰি ধ্বনি দি সদৰ্পে থিয় দি আছে স্বয়ম্ভু নেতা, তেওঁৰে আস্ফালন সকলোতকৈ বেছি — 'আগতে যোৱাবাৰৰখিনিয়ে সম্পূৰ্ণ পইচা পাই ল'ব লাগিব, তাৰ পাছতহে নতুনকৈ ইন্টাৰভিউ পাতিবলৈ দিয়া হ'ব!', বাছনি কমিটিৰ স্থানীয় সদস্যকেইজন কাৰ্যালয়ৰ কোঠাৰ ভিতৰত নিস্তুপ হৈ

বহি আছে, মোৰ অপেক্ষাত। বাছনি কমিটিৰ সভাপতি হিচাপে মই লোৱা সিদ্ধান্তই চূড়ান্ত হ'ব।

বৰুৱাই মুখখন মোৰ ওচৰলৈ আনি নিম্নস্বৰত ক'লে, 'ছাৰ স্বয়ম্ভুক গুৰুত্ব নিদি বাকীখিনিৰ লগত কথা পাতক।'

পৰিস্থিতিটো অধ্যয়ন কৰি ল'বলৈ মোৰ বেছি সময় নালাগিল। স্বয়ম্ভুক প্ৰায় অগ্ৰাহ্য কৰি মই স্পষ্টভাৱে ক'লোঁ, 'যোৱাবাৰ নিৰ্বাচিত অথচ সম্পূৰ্ণ ঋণ মোকলাই নোপোৱা যি কেইজন উপস্থিত আছে, মই কেৱল তেওঁলোকৰ লগতহে কথা পাতিম।' স্বয়ম্ভুৱে 'নহ'ব' জাতীয় কিবা এষাৰ ক'ব খুজিছিল, দুজনমান বড়ো ল'ৰাই হাত দাঙি তেওঁক মনে মনে থাকিবলৈ ক'লে। গাঁৱৰ পৰা অহা বড়ো যুৱক কেইজনমান আৰু টাউনৰো অসমীয়াভাষী দুই-তিনিজন যুৱক আগবাঢ়ি অহাত তেওঁলোকক একাষৰীয়াকৈ বেলেগে মাতি নি মই কথা পাতিলোঁ। —'নিয়ম অনুসাৰে এতিয়া বাছনিটো হৈ যাবলৈ দিয়ক, মই কথা দিছোঁ, ঋণৰ টকা উচিত মতে যিসকলে বেংকৰ পৰা সম্পূৰ্ণ পোৱা নাই, সেইসকলে পোৱাৰ পাছতহে এইবাৰৰসকলৰ ঋণ মঞ্জুৰী হ'ব!' — মই বুজালোঁ।

ল'ৰাকেইজনে বাকীসকলক বুজালে, আৰু অলপ পিছত মোক ক'লেহি, -- 'আপুনি কথা দিছে যেতিয়া আমি মানি লৈছোঁ।', সহজেই পৰিস্থিতিটো আয়ত্তলৈ আহিল। স্বয়ম্ভুৱে বৰ বেছি অপকাৰ কৰিব নোৱাৰিলে।

মনটো সঁচাকৈয়ে ফৰকাল লাগি গ'ল। অবুজন নহয় এই ল'ৰাবোৰ! আছে, এতিয়াও আশা আছে! অলপ চেষ্টা কৰিলেই ইহঁতক অন্ততঃ ভৱিষ্যতে একোছটা শিল হোৱাৰ পৰা বচাব পৰা যাব!

সাক্ষাৎকাৰৰ কামখিনি শেষ হওঁতে প্ৰায় পাঁচ বাজিল। শেষ হ'বৰ পৰত স্বয়ম্ভুক আকৌ দেখা পালোঁ। আগবেলা সামান্য লাজ পালে হ'বলা, নিজৰ খোপনি এটা ৰখাৰ তাগিদাতে হ'বলা সকলোৱে শুনাকৈ তেওঁ মোক ক'লেহি, 'আগবেলা কোৱা কথাখিনি যেন মনত ৰাখে ছাৰ ....'

উভতি আহিবলৈ বুলি গাড়ীত উঠোঁতেই আকৌ এটা তিক্ততা। স্বয়ম্ভু আমাৰ গাড়ীতে আহিবলৈ ওলাল। আধা বাটতে পৰা তেওঁৰ সেই 'বিদেশীৰ ঠাই'খনতে বন্ধু এজনৰ তাত ৰাতিটো কটাব হেনো, গোটেই ৰাস্তা আমাৰ লগত নাহে। অনিচ্ছা সত্ত্বেও তেওঁক বৰুৱাই আনিব লগা হ'ল। বৰুৱালে চাই বুজিলোঁ তেওঁৰ মুখৰ ভিতৰত দুয়োপাৰি দাঁতে নিশব্দে কৰচি আছে। সামান্য জব্দ কৰাৰ উদ্দেশ্যেৰেই বৰুৱাই গাড়ীৰ ভিতৰত তেওঁক সুধিলে, 'বিদেশীৰ ঠাই'খনত আকৌ আপোনাৰ কোন বন্ধু ওলাল?'

'নাই, ইয়াৰে ল'ৰা এজনৰ লগ লাগি এইফালে অলপ ঠিকা-ঠুকলি আৰম্ভ কৰিছোঁ বৰুৱাদা!'

ৰাষ্ট্ৰীয় ঘাইপথ বাদ দি গাঁৱৰ মাজৰ চমু ৰাস্তাৰে আমাৰ গাড়ী উভতিল। এই ৰাস্তাৰে দুখন গাঁও পাৰ হ'ব লাগে। এখন বড়ো আৰু এখন আদিবাসী গাঁও।

এম্বাছেডৰৰ আগৰ ছিটত স্বয়ম্ভুৰ মুখত ফুলজাৰিৰ দৰে ওলোৱা অসমখনৰ উত্তপ্ত পৰিস্থিতিৰ বৰ্ণনাই পিছৰ ছিটত বৰুৱা আৰু মোৰ কাণ ঘোলা কৰিলে। পিছলৈ ঘূৰি ঘূৰি চাই তেওঁ পাৰ হৈ যোৱা ঠাই একোখন দেখুৱাই কৈ গ'ল — 'এইখিনিতে সিদিনা গুলিয়াগুলী - পুলিচ আৰু উগ্ৰপন্থীৰ, — এইখন গাঁৱৰ পৰাই তিনিদিনৰ আগতে দুটাক উঠাইছে, — কালি ইয়াৰ বহুতক চিঠিৰে ডিমাণ্ড দিয়া বুলি শুনিছোঁ — এসপ্তাহৰ সময় দিছে বোলে ...'

বিৰক্তি দমাই ৰাখি বৰুৱাই সুধিলে, 'আপুনি এইবোৰ কেনেকৈ গম পায়?'

'আমাৰ খবৰৰ চেনেল থাকে, বৰুৱাদা!'- স্বয়ম্ভুৰ বীৰোচিত উত্তৰ।

'আচ্ছা,ডিমাণ্ড পোৱা মানুহবোৰে কি কৰিব এতিয়া?'— ব্যথিত আৰু চিন্তিত সুৰত মোৰে মুখেৰে ক'ব নোৱাৰাকৈয়ে ওলাল।

'যেয়ে পাৰে দিব, নোৱাৰাবোৰে গুলী খাব!'— উদ্ধত সুৰত দিয়া উত্তৰত মোৰ মনত মাথোঁ এটা কথাই খেলালে — একোছটা শিলৰ মহিমামণ্ডিত ৰূপৰ আসুৰিক বৰ্ণনা সানন্দে দিব খুজিছে এই নেতাই, অথচ তেওঁ নাজানে তেওঁৰ নিজৰ তেনেকুৱা এছটা শিল হোৱাৰ যোগ্যতাও নাই।

মোৰ, বৰুৱাৰ, বোধকৰোঁ ড্ৰাইভাৰটোৰো বিৰক্তিত কপাল কোঁচ খালে — এইটোৰ মুখখন কিবাকৈ বন্ধ কৰি থ'ব পৰা হ'লে! আৰু ঠিক তেতিয়াই, গাড়ীখনেও যেন তাৰ উপায় উলিওৱাৰ উদ্দেশ্যেৰেই হঠাৎ বিদ্ৰোহ প্ৰকট কৰিলে। বড়ো গাঁওখন পাৰ হৈ আদিবাসী গাঁওখনত সোমাইছোঁহে মাত্ৰ, ডাঙৰ গাঁত এটাত চকা এটা সোমাই ধুম কৈ এটা শব্দ কৰি গাড়ীখন ৰৈ গ'ল। ড্ৰাইভাৰে লৰালৰিকৈ নামি গাড়ীৰ তললৈ মূৰ সুমুৱাই ক'লে, 'হ'ল আজি! এক্সেল ভাঙিল!' ইফালে আন্ধাৰ হৈছে। পাৰ হৈ অহা বড়ো গাঁওখনতো পুলিচৰ ধৰ-পাকৰ হেনো চলিয়েই আছে। আমাৰ দৰেই স্বয়ম্ভুৰো ভয় আৰু দুশ্চিন্তাত মুখৰ মাত হৰি গ'ল। ড্ৰাইভাৰে ক'লে — গাঁৱৰ পৰা চাইকেল এখন যোগাৰ কৰি য'ৰ পৰা আহিছিলোঁ তালৈকে সি উভতি গৈ টেক্সি এখন অনাৰ বাহিৰে উপায় নাই। টনাই নি গাড়ীখন নাতিদূৰৰ সৰু নগৰাঞ্চল, মানে সেই বিদেশীৰ ঠাইখন পোৱাবগৈ লাগিব।

বৰুৱাই স্বয়ম্ভুলৈ চাই প্ৰস্তাৱ এটা দিছিল — 'আপুনি লোকেল মানুহ, আপুনিও ড্ৰাইভাৰৰ লগতে যাওকহে!' তেওঁ সেমেনা-সেমেনি কৰি ক'লে, 'এই ৰাতিখন সিখন গাঁৱৰ মাজেদি মই উভতি যোৱাটো অলপ বিছ্কি! মানে জানেইতো, এইবিলাক ৰাজহুৱা কামতে সদায় লাগি আছোঁ ......'

ড্ৰাইভাৰ গ'ল। আমি ৰাস্তাত অগা-পিছা কৰি থাকিলোঁ। ৰাস্তাৰ দাঁতিৰ জুপুৰি এটাৰ পৰা আদিবাসী বুঢ়া এটা আৰু আধা নাঙঠ ল'ৰা-ছোৱালী দুটামান ওলাই আহি আমাক চালেহি আৰু অলপ পিছতে নোহোৱা হ'ল।

আচম্বিতে দুখন চাইকেল আহি আমাৰ ওচৰত ৰ'লহি। দুটা কম বয়সীয়া বড়ো

ল'ৰা। পিন্ধনত সাধাৰণ চোলা-পেণ্ট-ছেণ্ডেল, ডিঙিত এটাৰ গামোচা— এটাৰ মাফলাৰৰ দৰে বড়োসকলৰ গলবস্ত্ৰ। ভালকৈ মন কৰোঁতে দেখিলো এটাৰ চাইকেলৰ মোনাত ওলমি আছে এডাল অত্যাধুনিক মাৰণাস্ত্ৰ, এ-কে-ফৰটিচেভেন, ফিফটিচিক্স বা তেনেকুৱাই কিবা এটা হ'ব।

ক'ৰ মানুহ, ক'লৈ যাব আদি সুধি আটাইকেইজনৰে পৰিচয় লৈ চাইকেল মাৰি দুয়োটা আগবাঢ়ি গুচি গ'ল। সকলোৱে স্বস্তিৰ নিশ্বাস পেলালে। খন্তেক পিছতে স্বয়ম্ভু আঁতৰি গৈ দাঁতিৰ জুপুৰিত সোমোৱা বুলি গম পালোঁ। অলপ পৰৰ পাছত সাৰি-শব্দ নোহোৱাকৈ ওলাই আহি আলেঙে আলেঙে থকা দেখি বৰুৱাইহে মোৰ ওচৰত ভেদটো ভাঙিলে —'টেনশ্যন দূৰ কৰিবলৈকে ছাৰ আদিবাসীৰ ঘৰত তেওঁ অলপ চুলাই চাকি আহিলগৈ।'

আধাঘন্টাৰ ভিতৰতে চাইকেলৰ দুই যুবক খৰখেদাকৈ পুনৰ উভতি আহিল।

'আপোনালোকৰ টেক্সি আহিলনে?'

'নাই অহা।'

'ঠিক আছে, আপোনালোক নাযাব, আমি এতিয়াই আহিম।' —ওলোটা দিশত গাঁৱলৈ দুয়োটা সোমাই গ'ল।

আকৌ দুশ্চিন্তাত পৰিলোঁ। আমাৰ স্বয়ম্ভু কিন্তু এইবাৰ কিছু ডেমকেয়াৰ হ'ল। 'কোনো চিন্তা নকৰিব ছাৰ, এ... এ..., উগ্ৰপন্থী বহুত দেখিছোঁ .... আচলতে কি জানে ছাৰ, ইহঁতৰ হাতত বন্দুক থাকিলে কি হ'ব, সাহটো একেবাৰে নাই, ... হুঃ। বাপেকহঁতে এতিয়াও পথাৰৰ পৰা হাল সামৰি আহি বাহিৰে বাহিৰে পিছ চোতালত লাউপানীৰ খোলাত বহে। পিছদিনা পুৱা আকৌ হাল লৈ ওলাই নোযোৱালৈকে চকু মেলিবই নোৱাৰে, কাকো চিনিয়েই নাপায় — চালা পুতেকহঁতে এতিয়া এ-কে-ফৰটিচেভেন চিনি পোৱা হ'ল। ....', আৰু কিবা কিবি অনেক বলকি গ'ল তেওঁ।

মই সন্ত্ৰস্ত হৈয়ে আছিলোঁ। সামান্য শব্দ এটা হোৱা যেন পাই পিছফালে ঘূৰি চাই দেখোঁ নিচেই ওচৰত সেই দুই যুবক বৈ স্বয়ম্ভুৰ মুখৰ পৰা উফৰি অহা কথাবোৰ শুনি আছে। এখন চাইকেল নাই এইবাৰ, অলপ দূৰত মাথোঁ এখন চাইকেল ষ্টেণ্ড কৰা আছে। শকত-আৱত জপৰা চুলিৰ ল'ৰাটোৰ হাতত সেইডাল। মোৰ বুকু চিৰিংকৈ গ'ল। মই মুহূৰ্ততে হাতখন দাঙি কথা বন্ধ কৰিলোঁ যদিও স্বয়ম্ভুৱে গম পাওঁতে কেইমিনিটমান সময় ল'লে, আৰু সেই কেইমিনিটমানতে যেন ঘটনাটো বেয়াৰ ফাললৈ ঢাল খালে। —'তোমাৰ আৱাজটো বেছি হৈছে' এইবুলি কৈ দুয়োটাই বড়ো ভাষাত কিবা কথা পাতিলে আৰু হঠাৎ আগবাঢ়ি আহি স্বয়ম্ভুক টানি অলপ আঁতৰাই লৈ গ'ল। আমি হতভম্ব হৈ একে ঠাইতে বৈ থাকিলোঁ।

'হে ভাই, মোক কিয় মাৰা ঐ ...', কান্দোন মিহলি আৰ্তনাদৰ মাজত আমি ভয়তে

মূৰ্তিৰ দৰে থৰ লাগিলোঁ। —হে প্ৰভু, চকুৰ আগতে স্বয়ম্ভুৰ জীৱন-বন্তি নুমাব নেকি এতিয়া? — 'হাৰ ...হাৰ ...', স্বয়ম্ভুৰ অসহায় চিঞৰবোৰ মোৰ ডিঙিটোত কিবা এটাই সোপা মাৰি ধৰা যেন লাগিল। মোৰ যেন চকু-কাণে কাম নকৰা হৈছে! স্বয়ম্ভুৰ হাও হাও কান্দোন আৰু লগতে বড়ো ল'ৰা দুটাৰ ভৰিত ধৰিব খোজাৰ দৃশ্যটোৱেও মোৰ মগজুত কোনো ধৰণৰ ক্ৰিয়া কৰিব পৰা নাই।

'চুপ থাকা, তোমাক নামাৰোঁ' — ল'ৰা দুটাৰ এটাই ধমক লগালে। শকত-আৱতটোৱে স্বয়ম্ভুৰ চোলাটো খুলিলে। আমি চকুৰ পচাৰ নেপেলোৱাকৈ চাই গ'লোঁ — কৰে কি ইহঁতে? এইবাৰ নিজৰ নিজৰ পকেটৰ পৰা ল'ৰা দুটাই পিষ্টল দুটা উলিয়ালে। স্বয়ম্ভুৰ পেণ্টটো অলপ খহাই লৈ পিছফালে কঁকালৰ তলত ৰুমালেৰে মেৰিয়াই থিয়কৈ দুয়োটা পিষ্টল ৰাখি, গামোচাৰে মেৰিয়াই কঁকালত বান্ধি দিলে। ক'চি পেণ্টৰ বুটাম মাৰি দি ওপৰত চোলাটো পিন্ধোৱাৰ পিছত 'বাচ, হৈ যাব' — এইবুলি তেওঁৰ কান্ধত হাতখন থৈ দুইটাই তেওঁক আনি আমাৰ ওচৰত থিয় কৰাই থ'লেহি। আগ-গুৰি একো ধৰিব নোৱাৰিলোঁ যদিও আতংকগ্ৰস্ত নিস্তেজ মুখখনেৰে স্বয়ম্ভু থিয় হৈ থকাৰ ভংগিটো দেখি ভয়ৰ মাজতো মনৰ মাজেৰে কৌতুকৰ জিলিক এটা পাৰ হৈ গ'ল। স্বয়ম্ভুক দেখি কিয় জানো ডিঙিয়ে-মূৰে পানী ঢালি বলিৰ বাবে আছুতীয়াকৈ ৰখাই থোৱা পঠাটোলৈ মনত পৰিল মোৰ।

'শুনা, গাড়ী আহিলে মই তোমালোকৰ লগত একেলগে যাম', শকত-আৱত, নেতা যেন লগাটোৱে স্বয়ম্ভুৰ ফালে চাই কৈ গ'ল, 'আগত পুলিচ পাৰ্টি আছে। তুমি গাড়ীৰ খিৰিকীৰ কাষত বহি পুলিচক ক'বা আমি চব চৰকাৰী কৰ্মচাৰী। চেকিং কৰি যদি তোমাৰ লগত থকা পিষ্টল দুটা ধৰা পেলায়, তেতিয়া তোমাক আমি এক্সট্ৰিমিষ্ট, ৰাস্তাত ভয় দেখুৱাই আমাৰ লগত উঠি অহা বুলি ক'ম। তোমাক ধৰি নিলে পিছত আচল কথা গম পাই এৰি দিব। চেকিং পাৰ হ'ব পাৰিলে পাঁচ কিলোমিটাৰমান আগত মই নামি যাম। ধৰা পৰিলেও তুমি পুলিচৰ আগত মোক ধৰাই দিব নোৱাৰিবা, দিলে পিছত আমাৰ মানুহে তোমাক বিচাৰি উলিয়াই খটম কৰিব, নাও, ইজ ডেট ক্লিয়াৰ?', স্বয়ম্ভু নেতাই ঘামি-জামি কিবা এটা ক'ব খুজিছিল, কিন্তু সাহস নকৰিলে, নিঃশব্দে মূৰ জোকাৰি মাথোঁ সম্মতি জনালে।

পোন্ধৰ-বিছ মিনিটৰ পিছতে আমাৰ ড্ৰাইভাৰটো ট্ৰাক এখনত আহি ওলালহি। মাল নমাই ঘূৰি অহা খালি ট্ৰাকখন ৰাস্তাতে পালে হেনো। ট্ৰাকৰ ৰছীৰে আমাৰ গাড়ীখন বান্ধি লোৱাৰ পাছত আমি ট্ৰাকৰ ভিতৰত বহিলোঁ। বড়ো ল'ৰাটো মাজত বহিল।

অলপ দূৰ গৈয়ে দেখা পালোঁ আগত অসম পুলিচ আৰু চি-আৰ-পিৰ এটা ডাঙৰ দল। বুকুৱে ধান বনাদি বানিলে আমাৰ। টৰ্চ মাৰি আমাৰ গাড়ী ৰখালে। স্বয়ম্ভু নেতাই কিন্তু এইবাৰ সাহসৰ পৰিচয় দিলে। খিৰিকীৰে মূৰ উলিয়াই পিছে পিছে টানি অনা গাড়ীখন

দেখুৱাই সৰল হাঁহি এটাৰে গাড়ী বেয়া হোৱাৰ কাহিনীটো কৈ বুজাই দিলে যে আমি সকলো চৰকাৰী কৰ্মচাৰী। পিছফালৰ ৰছী লগোৱা এম্বেছাদৰখন আৰু তাৰ আগফালৰ তলত মোৰ পদমৰ্যাদা লেখা নেমপ্লেটখনত টৰ্চ মাৰি আৰু ভিতৰৰ মানুহকেইটাৰ মুখৰ ওপৰেদি এবাৰ তড়িত গতিত টৰ্চৰ পোহৰটো বাগৰাই পুলিচে ক'লে 'যাওক!' — উস্! বুকুৰ পৰা কি যে অসহনীয় বোজা একোটা নামি গ'ল সকলোৰে!

ছয়-সাত কিলোমিটাৰমান আগত মূল পথৰ পৰা ফালৰি কাটি যোৱা উপপথ এটাৰ ওচৰত গাড়ী ৰখাই, পিষ্টল দুটা চমজি লৈ উগ্ৰপন্থী যুৱক নামি গ'ল। যাবৰ সময়ত স্বয়ম্ভুৰ ফালে চাই লাহেকৈ ক'লে — 'থেংকচ্!'

সকলোৱে এইবাৰ দীঘলকৈ উশাহ ল'লে। চলন্ত ট্ৰাকৰ ভিতৰত আমি গোটেইবোৰ মৌন হৈ গৈ থাকিলোঁ। গোটেই ঘটনাটোৰ আলোড়ন মনত মাৰ নিয়াবলৈ কিছু সময় লাগিল সকলোৰে। স্বয়ম্ভু এইবাৰ একেবাৰে মৌন। মোৰ মনৰ মাজত নানান ভাবৰ বিজুলী চমক - বহুত কিবা কিবি কৰিব পাৰিলেহেঁতেন আমাক ল'ৰা দুটাই। স্বয়ম্ভু নেতাৰ দেখ দেখ অপমানসূচক মন্তব্যতো ধৈৰ্যচ্যুতি ঘটা নাছিল সিহঁতৰ। প্ৰতিশোধমূলক আচৰণ সিহঁতে নেদেখুৱালে ক'তো। ৰাতিপুৱাৰ বড়ো ল'ৰাখিনিৰ ধৈৰ্য, পৰিপক্কতা, যুক্তিপূৰ্ণ সিদ্ধান্ত আৰু এতিয়া উগ্ৰপন্থী যুৱকৰ ভদ্ৰোচিত ব্যৱহাৰ — এই দুই ক্ৰিয়াই মোৰ মনত কিবা এক বুজাব নোৱাৰা আস্থা আৰু বিশ্বাসৰ জন্ম দিলে। একেদৰেই এই ল'ৰাহঁতৰ মনতো হেৰাই যোৱা আস্থা আৰু বিশ্বাসৰ বীজ ৰোপণ হ'বনে বাৰু? বীজ অংকুৰিত হৈ ফুল, ফল, গছ-লতিকাৰ ৰূপ ল'বনে? নীৰস-কৰ্কশ শিলৰ ৰূপ নিশ্চিহ্ন হৈ যাবনে...?

দূৰত ৰিণিকি ৰিণিকি দুই এটা লাইট চকুত পৰিল। — 'সৌৱা পাই গ'লোঁ। এতিয়া আৰু কোনো চিন্তা নাই!', নিৰ্ভেজাল হাঁহি এটাৰে স্বয়ম্ভুৰ মুখৰ পৰা কথাখিনি ওলাল। এইবাৰ মই সঁচাই আমোদ পালোঁ। সৰ্বান্তঃকৰণে বেয়া পোৱা 'বিদেশীৰ ঠাই'খনৰ লাইটকেইটা দেখিয়েই আজি তেওঁৰ অন্তৰ আনন্দেৰে ভৰি পৰিছে। 'বিদেশীৰ ঠাই'ত গাড়ী ৰখাবৰ পৰত ঘড়ী চালোঁ ৰাতি দহ বাজিছে। কিন্তু গোটেইখন দিন যেন হৈ আছে। ট্ৰাকে টানি অনা গাড়ীখন দেখিয়েই ওচৰা-উচৰিকৈ থকা তিনিটা গেৰেজৰ তিনিটা ল'ৰা দৌৰিছে ট্ৰাকখনৰ লগে লগে। নিজৰ গেৰেজটোৰ ফালে দেখুৱাই চিঞৰিছে — এইফালে, ইয়াত।

শেষপৰ্যন্ত যিটো গেৰেজত দিয়া হ'ল, তাৰ মালিকে আথে-বেথে ক'লে, 'সৌখন ধাবা। ভাত, ৰুটি, চিকেন চব পাব। ছাৰ, আপোনালোকে আৰামচে খাই লওক, মই দুই ঘণ্টাত গাড়ী ৰেডি কৰি দিম, দোকান খোলাই এক্সেল আনিবলৈ মানুহ পঠাইছোঁৱেই!'

স্বয়ম্ভু নেতাৰ বিদায় লোৱাৰ সময় হ'ল। বিনয় আৰু ভদ্ৰতাৰ প্ৰতিমূৰ্তি হৈ উঠিছে এতিয়া তেওঁ। হয়তো ৰাস্তাৰ অভিজ্ঞতাজনিত ভয়, লাজ, সংকোচে তেওঁৰ উৎসাহ কিছু

নোহোৱা কৰি পেলাইছে। মোৰ কিবা এক পুতৌ জাগিল তেওঁলৈ। সহজ আৰু ব্যৱহাৰিক কথা দুটামান তেওঁক বুজাই ক'ব পাৰিলে ভাল আছিল। এই বিদেশীৰ ঠাইখনৰ চাৰিসীমা ইয়াৰ আবহাওৱাটোৰে সৈতে বহলাই অসমৰ চাৰিসীমাৰ লগত একাকাৰ কৰিব পৰা হ'লে ৰাস্তাত তেওঁ আজিৰ দৰে অভিজ্ঞতাৰ সমুখীন কোনোদিন হ'ব নালাগিলেহেঁতেন।

'এটা কথা আপোনাক খোলাকৈয়ে কওঁ বুলি ভাবিছোঁ।' — মই চিধা-চিধিকৈয়ে আৰম্ভ কৰিলোঁ।

কিন্তু তেতিয়াই স্বয়ম্ভু নেতাৰ চিনাকি দুজনমান তেওঁৰ ওচৰলৈ আগবাঢ়ি অহা তেওঁৰ চকুত পৰিল। নেতৃত্বৰ মৰ্যদা ক্ষুণ্ণ হ'বলৈ নিদিয়াৰ স্বাৰ্থতে হ'বলা চিনাকি কেইজন ওচৰ পোৱাৰ লগে লগেই তেওঁ সকলোকে শুনাই তৎক্ষণাৎ কৈ উঠিল, — 'ছাৰ, যোৱাবছৰৰ আৰু এইবছৰৰ দুইখিনি ল'ৰাৰে কাম যাতে সুকলমে হয় সেইটো আপুনি চাব লাগিব, দেখিছেই নহয়, সেই তেতিয়াৰ পৰাই এইবোৰত লাগি আছোঁ, আমাৰ ওপৰত এতিয়াও বহুত ডিপেণ্ড কৰে সিহঁতে!'

তিক্ততাত কোঁচ খাই যোৱা মনটোত মোৰ মাথোঁ এটা কথাই খেলালে - এই ধৰণৰ নীচক ফাত্ৰামিয়ে জন্ম দিয়া বিষাক্ত বতাহেই চাগৈ বহুতৰ জীৱনৰ ৰস শুহি নি এসময়ত একোছটা শিলত পৰিণত কৰেগৈ।

হঠাৎ সুৰ সলনি কৰি স্বয়ম্ভু নেতাই সুধিলে, 'অ', আপুনি কিবা এটা ক'ব খুজিছিলে ছাৰ?'

'নাই — লাভ নাই, হ'ব দিয়ক, এৰোঁ তেতিয়াহ'লে!' —আমি ধাবা অভিমুখে আগবাঢ়িলোঁ।

স্বয়ম্ভুৱে হেঃ হেঃ কৈ দুবাৰ শব্দ কৰি হঁহাৰ নিচিনা কৰি আঁতৰি গ'ল। ☐☐

**['দৈনিক জনসাধাৰণ' কাকতৰ শাৰদীয় বিশেষ আলোচনীত অক্টোবৰ, ২০০৩ ত প্ৰকাশিত]**

# সহাৱস্থান

ব্ৰজমোহন চৌধুৰীক লগ পাবলৈ মোহিনী ভিতৰি অলপ উৎসুক হৈ আছে। মৃগেনৰ কথাৰ পৰা যি বুজা যায়, গধূলিলৈ তেওঁ আহি মৃগেনৰ ঘৰত সৰু-সুৰাকৈ পাৰ্টি এটা বহুৱাবও পাৰে।

আগৰবাৰ মৃগেন ঘৰলৈ আহোতে তাৰ মুখতে মোহিনীয়ে প্ৰথমে শুনিছিল এই চৌধুৰীৰ কথা। দুবছৰ আগতে কনিষ্ঠ বিষয়াৰ চাকৰিটোৰ বাবে যেতিয়া চিনাকি প্ৰভাৱশালী এজনৰ কৃপাত মৃগেন বাচনিত উঠিল, মোহিনী নুঠিল— মৃগেনৰ সামান্য অপৰাধবোধ এটা আহিছিল। একে ঠাইৰ পৰা ইউনিভাৰচিটিলৈকে দুই বন্ধু একেলগে আহি চাকৰিটোৰ সূত্ৰে প্ৰথম এৰাএৰি হোৱাৰ সময়ত মৃগেনে মোহিনীৰ আগত দুখো কৰিছিল— তোৰ ৰিজাল্টো ভাল, চাকৰিটোৰ প্ৰয়োজনো তোৰ বেছি, তইহে আচলতে পাব লাগিছিল! মোহিনীয়ে হাঁহি উৰাই দিলে।

কিন্তু যোৱা দুটা বছৰত এটাৰ পাছত এটাকৈ হাতৰ ফাঁকেদি যেতিয়া চাকৰিবোৰ ওলাই ওলাই গ'ল, তেতিয়া আৰু কথাবোৰ মোহিনীৰ বাবে আমোদজনক হৈ নাথাকিল। দুমাহৰ আগতে মৃগেন ঘৰলৈ আহোতে সি খোলাখুলিকৈ কৈছিল, 'এতিয়াতো ভাই, য'তে ত'তে যি কোনো এটা পালেই...'

তেতিয়াই এখন্তেক চিন্তা কৰি মৃগেনে কৈছিল, 'বাদ দে, ঘৰৰ পৰা ওলাব লাগিব তই, মোৰ তাতে থাকি ল'বি। তাতে থাকি লৈ ভালকৈ লাগি-মেলি ক'ৰবাত কিবা এটা কৰিব লাগিব এইবাৰ। ব্যৱসায়- টেৱসায় এটা আৰম্ভ কৰিবৰ হ'লেও তাৰ পৰাই সুবিধা, মোৰ ঘৰৰ মালিক ব্ৰজমোহন চৌধুৰীও এজন হাতদীঘল মানুহ, মোৰ লগত বেচ ভাল।'

চৌধুৰীৰ ঘৰৰ গাতে লাগি থকা মৃগেনৰ ভাড়াঘৰ। চৌধুৰীৰ বিষয়ে মৃগেনৰ ঘৰলৈ অহাৰ পাছত আজি তিনিদিনে অনেক গম পাইছে মোহিনীয়ে। মৃগেনে কয় — 'ধৰিবই নোৱাৰি, দেখাত কেৱল পইচা ঘটাৰ ধান্দাত থকা দৃঢ় মনোবলৰ এজন চতুৰ ব্যৱসায়ী এই চৌধুৰী, কিন্তু ভিতৰি তেওঁ এক সংস্কৃতিবান আৰু উদাৰ ব্যক্তিও। তই অহাৰ দিনাই তেওঁ মোক তোৰ কথা সুধিছে। মই সদ্যহতে কৈ থৈছোঁ, তই মোৰ ব্যৱসায়ী বন্ধু।'

'কিয় মিছা কথা ক'লি ?'

'কাৰণ আছে, বেকাৰ বুলি ক'লে তেওঁৰ ৰোষত পৰাৰ সম্ভাৱনা আছে। তেওঁৰ মতে আকাংক্ষা আৰু চেষ্টা যাৰ আছে, সি কেতিয়াও বেকাৰ হৈ বহি বেছি দিন থাকিব নোৱাৰে, যিমান নিঃকিন পৰিবেশতে পালিত নহওক লাগিলে। তেওঁ নিজেও হেনো লাওলোৱা অৱস্থাৰ পৰা অহা। সৰুৰে পৰা প্ৰায় মাজবয়সলৈকে ভাগ্যৰ এছাৰ খাই খাই আহিও কেৱল ইচ্ছাশক্তি আৰু চেষ্টাৰ বলত শেষপৰ্যন্ত তেওঁ ভাগ্যক আগচুলিত ধৰি নিজৰ বশ কৰিছে। আজি তেওঁ প্ৰতিষ্ঠিত ব্যৱসায়ী, কোনোফালে একোৰে কম নাই, তথাপি তেওঁ এতিয়া— এই ষাঠি বছৰ বয়সত নতুনকৈ আৰম্ভ কৰিব খুজিছে বাছ ষ্টেচনৰ ওচৰতে এখন হোটেল, ষ্টাৰ হোটেল নহয়, ঘৰুৱা পৰিৱেশৰ আমেজ লৈ থাকিব পৰা এখন হোটেল। ল'ৰা নাই, দুয়োজনী ছোৱালী বিয়া দিলে, তথাপিও কোনো কথা নাই, অকলেই আৰম্ভ কৰি দিছে।'

মোহিনীয়ে ব্ৰজমোহন চৌধুৰীৰ চৰিত্ৰৰ সঠিক অনুধাৱনৰ কিবা এক তাড়নাতে সুধিলে, 'কিন্তু আকৌ এইবাৰ এখন হোটেল, কিয় ? থকাবোৰৰেই হৈ গৈছে যেন লগা নাইনে তেওঁৰ ?'

'একজেক্টলি সেইটো কথাৰে উত্তৰ দিয়ে তেওঁ — কিয় হৈ যাব ? নিজৰ বাহিৰেও আনৰ উপকাৰ কৰিবৰ কাৰণেও পইচা লাগে নহয়। মোৰ কাষৰে-পাজৰে থকা দীন-হীনসকলৰ বাবে, মোৰ অঞ্চলটোৰ বাবে, মোৰ তাহানিৰ গাঁওখনৰ বাবে, মই পঢ়া পাঠশালা স্কুলটোৰ বাবে— এইবোৰৰ বাবে খৰচ কৰিবলৈও মোক ওপৰঞ্চি পইচা নালাগে জানো ? গতিকে নমৰালৈকে মোৰ হৈ নাযায়।'

'কিন্তু এটা কথা, আজি-কালিৰ দিনত সফল ব্যৱসায়ৰ বাবে ধূৰ্ততালিতো অপৰিহাৰ্য। ধূৰ্ততালি আৰু সমাজসেৱা, একেলগে কেনেকৈ ?', মোহিনীয়ে মৃগেনক জেৰা কৰাদি কৰিলে।

'নালাগে, ধূৰ্ততালি নালাগে, একেটা কথাই তেওঁ মোক বুজায়, ব্যৱসায়ৰ জৰিয়তে সঁচা আনন্দ পাবলৈ নিৰ্বোধসকলেহে অসৎ পথটো লয়। যিহেতু এককভাৱে আমাৰ একো অস্তিত্ব নাই, আৰু আদান-প্ৰদানৰ ওপৰতে সকলোবোৰ নিৰ্ভৰশীল, সেয়ে আনক অন্যায় নকৰা আৰু পাৰিলে সহায় কৰা মানে আচলতে নিজকে সহায় কৰা। তই আচৰিত হ'বি, এই চহৰৰ সকলোকেইটা সঁচা সমাজসেৱী অনুষ্ঠানৰ লগতে তেওঁ জড়িত। লগ পালে ভাল পাবি ৰ, এই কেইদিন নতুন হোটেলখন ৰেডি কৰাৰ কামত দিন-ৰাতি একাকাৰ কৰি আছে কাৰণেহে, নহ'লে সপ্তাহত অন্ততঃ দুদিন মোৰ তাতে গধূলি সৰু-সুৰা পাৰ্টি বহুৱায় তেওঁ। পাৰ্টি মানে আন কোনো নাই, কেৱল মই। তেওঁৰ মতে দুপেগ খাই লোৱাৰ পাছত ৰুচি অনুযায়ী কথা পতাৰ সংগী পাবলৈ সঁচাকৈয়ে টান।'

'তই কি ৰুচিৰ কথা পাত ?'

'মই লাহে লাহে উলিয়াই দিওঁ তেওঁৰ প্ৰিয় বিষয় — কিতাপ।'

'কিতাপ?'

'ওঁ, কিতাপ আৰু লেখকৰ বিষয়ে মনে মিলা মানুহৰ লগত কথা পাতিবলৈ পালে বৰ ভাল পায় তেওঁ। প্ৰচুৰ পঢ়া-শুনাও কৰে। ইংৰাজী, বঙালী, অসমীয়া— সমানে পঢ়িছে। এতিয়াও শুবৰ পৰত কিতাপ এখনৰ দুপাত নপঢ়িলে টোপনি নাহে হেনো তেওঁৰ।'

'অ'— সেই কাৰণেই তোৰ লগত মিলিছে তাৰমানে!'

'এৰা, কিতাপ-পত্ৰত মোৰ ৰুচি আছে বুলি জানিয়েই বোধকৰো মোৰ লগত তেওঁৰ সম্পৰ্কটো ভাড়াতীয়া আৰু মালিকতকৈ ওচৰ হৈছে। বুইছ, মোৰ নিজকে অসমীয়া সাহিত্যৰ কিছু চমজদাৰ বুলি ভাব এটা আছিল, কিন্তু তেওঁৰ লগত আলোচনাত ভাগ লৈহে মই গম পালোঁ যে মই আচলতে এই ক্ষেত্ৰত অবোধ বালক। তোৰ বোধকৰো মনত আছে - মই সৌৰভ চলিহাৰ অন্ততঃ কেইটামান গল্প বুজি পাইছিলোঁ, আৰু সেইকেইটা ইউনিভাৰচিটিৰ হোষ্টেলত কাৰোবা কাৰোবাৰ আগত বুজাই দিবলৈ পাই মনে মনে গৰ্বও কৰিছিলোঁ। কিন্তু যেতিয়া দেখিলোঁ— নিজৰ ব্যৱসায়, কৰ্মচাৰী, কড়া-গণ্ডাৰ হিচাপ লৈ ব্যস্ত থকা, দেখাত সাধাৰণ কিন্তু ব্যৱসায়ত দুৰ্দান্ত এই চৌধুৰীবাবুৱে সৌৰভ চলিহাৰ প্ৰায় আটাইবোৰ গল্পকে নিৰ্বিঘ্নে হজম কৰিছে, কথা প্ৰসংগত সেইবোৰৰ গূঢ়াৰ্থ মোৰ আগত অনায়াসে মোকলাই দিছে, মই তেওঁৰ ওচৰত কোঁচ-মোচ খাবলৈ বাধ্য হ'লোঁ। শীলভদ্ৰ আৰু সৌৰভ চলিহা তেওঁৰ প্ৰিয়। বিশেষকৈ চলিহা। চলিহাৰ 'হাঁহিচম্পা', 'দুপৰীয়া', 'গোলাম', বা 'বীণা কুটিৰ'ৰ কথা ওলালে এতিয়াও দপকৈ তেওঁৰ চকুদুটা উজলি উঠে।

মানুহজনৰ আগছোৱাও মৃগেনে তেওঁৰ নিজৰ মুখৰ পৰাই গম পাইছে। এম-এ পাছ কৰি ইয়াৰে এখন কিতাপৰ দোকানত কৰ্মচাৰী হিচাপে সোমাইছিল তেওঁ। ৰিজাল্ট-পাতি ভাল কৰিও হাকিমৰ চাকৰি নিবিচাৰি কিতাপৰ দোকানত সোমাই থকা বাবে অনেকেই হেনো ইচ-আচ কৰিছিল। কিন্তু তেওঁৰ বাবে হেনো সেইটোৱেই আছিল পৃথিবীৰ আটাইতকৈ লোভনীয় চাকৰি, কাৰণ নিজৰ প্ৰিয় লেখকৰ বছা বছা কিতাপবোৰ পঢ়াৰ পৰম সুবিধা। সৎ চৰিত্ৰৰ নিষ্ঠাবান ল'ৰাটোক মালিকে নিজৰ অসুস্থতাৰ বাবে দোকানখন এটা সময়ত চলাবলৈ এৰি দিলে। ভাড়া হিচাপে মালিকক কিবা এটা দি আছিল। পোন্ধৰ বছৰত দোকানখো যথেষ্ট উন্নতি হৈছিল। কিন্তু ৰেইলৱে অ'ভাৰব্ৰীজ নিৰ্মাণত দোকানখন উচ্ছেদ হ'ল। মালিকৰ বিধবা আৰু লুভীয়া পত্নীয়ে সঁচাই-মিছাই সকলোখিনি ক্ষতিপূৰণ ল'লে আৰু তেওঁ পালে সামান্য অলপ টকা আৰু চল্লিছ বছৰ বয়সত পুনৰ নিবনুৱা হোৱাৰ তিক্ততা। তেতিয়াই হেনো ৰূঢ় বাস্তৱে ঢকিয়াই-গতিয়াই তেওঁক অনেক শিকালে। তেওঁ শিকিলে যে জীৱনৰ পৰা কিবা পাবৰ হ'লে খুজি নহয়, দাবী কৰি ল'ব পাৰিব লাগিব। আৰু তাৰ বাবে লাগিব দাবী কৰাৰ তীব্ৰ বাসনা। তেওঁ পইচা ঘটাৰ তীব্ৰ বাসনা লাহে লাহে কিন্তু নিশ্চিতভাৱে মনৰ ভিতৰত গঢ় দি ল'লে।

তেওঁৰ মজ্জাত সোমাই গ'ল, 'সফল' আৰু 'সম্বল'— এই দুটা শব্দহে পৃথিৱীয়ে ভালকৈ বুজি পায়।

ব্ৰজমোহন চৌধুৰীৰ বিষয়ে ইমানখিনি শুনাৰ পাছত মোহিনী নিজৰ অজানিতে মানুহজনৰ লগত কথা-বতৰাত সোমাবলৈ একপ্ৰকাৰ উৎসুক হৈ আছে। মাজে মাজে একোবাৰ তাৰ মনত চকামকাকৈ খেলাই গৈছে— এই সম্পদশালী, প্ৰভাৱশালী কিন্তু হৃদয়বান ব্যক্তি গৰাকীৰ অনুগ্ৰহৰ এছাটি বা তাৰ গাতো পৰা হ'লে!

'কি হে মৃগেন, তোমাৰ আলহী আছেনে?', ভিতৰেদি থকা গেটখনেৰে ব্ৰজমোহন চৌধুৰী সোমাই আহিল। 'আছে, আছে, দাদা আহক। আপোনাৰ কথা কৈয়ে আছোঁ, বোলো তিনিদিন হ'ল, দাদাৰ দেখোন গধূলি দেখাদেখিয়েই নাই!'

ব্যস্ত সমস্ত হৈ টেবুল চকী টনাটনি কৰা হ'ল। অবিলম্বে পানীৰ জগ, গিলাচ আদিও টেবুলত গোট খালে।

'এঃ, নকঁবা হে! এই হোটেলখন অহা মাহৰ এক তাৰিখে আৰম্ভ কৰি দিম বুলি ফাইনেল কৰি দিয়াৰ পৰাই মোৰ জ্ঞান চুটি গৈছে। পুৱা পোহৰ হওঁতেই যাওঁ, ৰাতি কেতিয়াবা দহ, কেতিয়াবা এঘাৰ বাজে। আজিহে অলপ আজৰি পাই গধূলিতে আহিলোঁ।'

'তোমাৰ আলহী, মানে বন্ধু — কি নাম আছিল?'

'মোহিনী, মোহিনী শইকীয়া।'

'অঁ, মোহিনী, পিছে এইকেইদিন ইয়াত ব্যৱসায়ত কাৰোবাক মুহিব পাৰিছে নে নাই?', গিলাচটো হাতত লৈ চৌধুৰীয়ে ভিতৰৰ মুগাবৰণীয়া পানীয়খিনিত এবাৰ চকু থলে আৰু তাৰপাছত চকীখনত আৰামেৰে গাটো এৰি দিলে। মৃগেনে গিলাচ এটা তুলি লোৱাৰ পাছত মোহিনীয়ে সামান্য ইতস্ততঃ কৰিছিল, চৌধুৰীয়ে সহজ কৰি দিলে, 'লওক, ব্যৱসায়ী মানুহে চব ধৰণৰ পৰিস্থিতি চম্ভালিব পাৰিব লাগিব।'

'মোক তুমি বুলিব দাদা!'

'অঁ, বাৰু— পিছে কিহৰ ব্যৱসায়নো তোমাৰ?'

'না-ই, কিনো ব্যৱসায় আমাৰ, এনেই সৰু-সুৰা চাপ্লাই টাপ্লাই ..', কৈয়েই মৃগেনৰ ফালে তড়িৎ গতিত এবাৰ চাই ল'লে মোহিনীয়ে।

'নাই, নাই – সেইটো নকৰিবা, নিজে কৰা কামটো সৰু-সুৰা বুলি ভাবিলে নোৱাৰিবা। শতকৰা এশভাগ দিব নোৱাৰিলে ব্যৱসায় বাদ দিয়া, এশ ভাগৰ তলত উন্নতি সম্ভৱ নহয়।'

গৃহস্থ হিচাপে কিবা এষাৰ কোৱাৰ প্ৰয়োজনীয়তা মৃগেনে অনুভৱ কৰিলে— 'মই মোহিনীক কৈছোঁ দাদা, আপোনাৰ কথা'

'হয় দাদা, মই গম পাইছোঁ, আপোনাৰ পৰা আমাৰ অনেক শিকিব লগা আছে!'

'নহয় বুইছা, কোনেও কাকো শিকাব নোৱাৰে, শিকাব যদি পাৰে, পাৰে কেৱল

জীৱনে। প্ৰত্যেকৰে বাবে নিজৰ জীৱনেই তেওঁৰ শিক্ষক। এতিয়া চোৱা — তুমি এজন ব্যৱসায়ী, ব্যৱসায়ত মাৰ খালেও তাৰ পৰা যিটো শিক্ষা পাবা সেইটো লাভৰ ঘৰত...'

মোহিনীয়ে ব্যৱসায়ীৰ চাপটো গাত ডাঠ হ'বলৈ নিদিয়াৰ উদ্দেশ্যে লগে লগে কৈ উঠিল, 'এ — মোক ব্যৱসায়ী বুলি নক'ব দাদা, আপোনাৰ মুখত মোক ব্যৱসায়ী বোলা শুনিলে মানুহে হাঁহিব!'

'মানুহক কেয়াৰ কৰা বাদ দিয়া, ডিটাৰমাইণ্ড হোৱা, এটা আকাংক্ষা জাগ্ৰত কৰা, বাস্তৱবাদী হোৱা — টকা-পইচা ঘটি চহকী হোৱাত অসুবিধা নোপোৱা!'

পাৰ্টি অকণ অকণকৈ জমি উঠিল, কোঠাৰ ভিতৰত উৎসাহ-উদ্দীপনা অকণ অকণকৈ উৰ্দ্ধগামী হ'ল। মোহিনীৰ ইতিমধ্যে অনেকখিনি জড়তা কাটি গৈছে, 'মোক দাদা, পইচা-পাতি ঘটাৰ ক্ষেত্ৰত এতিয়াও শূন্য বুলিয়েই ধৰিব পাৰে!'

চৌধুৰীৰ কথা কোৱাৰ সুৰ সামান্য নাটকীয় হৈছে— 'বাপু মোহিনী, পইচা ঘটি তুমি চহকী হ'বই লাগিব, তাৰ বাহিৰে তোমাৰ গত্যন্তৰ নাই, চহকী হৈ জীৱনক কাবু কৰিব নোৱাৰিলে জীৱনে তোমাক এৰ্ছাৰি পেলাব!'

হঠাৎ মৃগেনৰ স্পষ্টবাদী হোৱাৰ ইচ্ছা এটা জাগ্ৰত হ'ল— 'কিন্তু দাদা, অকল টকা-পইচাৰেইতো মানুহ চহকী নহয়, চহকী হ'বলৈ টকা-পইচাতকৈ মূল্যবান বস্তুওতো আছে!'

'আছে, কিন্তু সেইখিনি পালেও টকা-পইচা নাহিব পাৰে, টকা-পইচা আহিলে কিন্তু বাকীখিনিক অনাৰ ৰাস্তা মোকলাব পাৰি। বুইছা, টকা-পইচাৰে কিনিব নোৱাৰা সম্পদো আছে, কিন্তু সেইটো কথা জানিবৰ বাবেও হাতত টকা-পইচা থাকিব লাগিব!'

মোহিনীয়ে এই দৰ্শনটোৰ গ্ৰহণযোগ্যতা সম্পৰ্কে চিন্তা কৰি থাকোতেই চৌধুৰীয়ে পুনৰ ক'লে, 'বুইছা মোহিনী, তুমি ক'লা — উপাৰ্জনৰ ক্ষেত্ৰত তুমি প্ৰায় শূন্য, কিয় ক'লা নাজানো, লাজতে কৈছা বোধকৰো, কিন্তু এই ক্ষেত্ৰত শূন্য কাক কয় মই হাড়ে-হাড়ে শিকিছোঁ। চল্লিছ বছৰ বয়সত হঠাৎ পুনৰবাৰ বেকাৰ হৈ যেতিয়া মই ৰাস্তালৈ ওলাই আহিব লগা হ'ল, এওঁ মৃগেনক কৈছোঁ অলপ-চলপ— তেতিয়াই বুজিলোঁ, কি বুজিলোঁ জানা? বুজিলোঁ আৰ্থিকভাৱে নিঃসম্বল হৈ, সকলোফালে শূন্য হৈ কাম-কাজ বিচাৰি ঘূৰি ফুৰোতে ক্ষণে ক্ষণে নিৰ্মম মানে ৰুথলেছ বাস্তৱৰ মুখামুখি হ'ব লগা হয়। তুমি যিমানেই চেষ্টা নকৰা, তোমাৰ গোটেই ব্যক্তিত্বটোৱেই চিঞৰি চিঞৰি মানুহক তোমাৰ অৱস্থাটোৰ কথা কৈ দিয়ে। চাল-চলন, কথা-বতৰাৰ ধৰণ, অনিশ্চিত চাৱনি — এইবোৰেই কৈ দিয়ে তোমাৰ ভিতৰখনত কি হৈ আছে। তেনেকুৱা মানুহ এটাৰ চেহেৰাটোৰ, ঠিক যেন, বেয়া নাপাবা— কিছু পৰিমাণে তোমাৰ লগত মিল ...'

'হ'ব পাৰে দাদা', মোহিনীয়ে নিম্নস্বৰত লগে লগে শলাগিলে, 'মই কিবাকিবি কৰোঁ যদিও আচলতেতো মোৰ অৱস্থা প্ৰায় তেনেকুৱাই!'

'বুইছা দুযোৰ, দুযোৰ পুৰণা ভাল পোছাক — আচ্ছা ৰ'বা, এটা কথা সোধো - তোমাৰ ভাল পোছাক কেইযোৰ আছে?'

'মোৰ মানে, ভাল বুলি ক'বৰ হ'লেতো— এযোৰেই, সেইযোৰকে ....'

'মোৰ দুযোৰ আছিল, তাকে সলাই সলাই পিন্ধি আৰ-তাৰ ওচৰত কাম বিচাৰি ঘূৰি ফুৰোতে এটা কথাত সদায় আচৰিত হৈছিলোঁ, ভাল পোছাকযোৰৰ মাজেদিও আনে সহজেই ধৰি পেলায় মোৰ আচল অৱস্থাটো, আৰু লগে লগে তেওঁলোকৰ মুখত ফুটি উঠে উচ্চাশ্মীকাৰ হাঁহি এটা আৰু পুতৌ মিহলি চাৱনি এটা। মোৰ গা দেই যায় বুইছা, ডাকি যায় সেই চাৱনিয়ে। ভিতৰি ছাটি-ফুটি লাগে — মই কোনোফালৰ পৰাই তেওঁলোকৰ কম নহয়, অথচ কোনোফালৰ পৰাই তেওঁলোকৰ সমকক্ষ নহয়! ৰোজগাৰ এটা তেওঁলোকৰ আছে বাবেই মই তেওঁলোক সকলোকে সসম্মানে একাষৰীয়া হৈ বাট এৰি দিব লাগিব, লাগিবই!'

মোহিনীয়ে তলমূৰ কৰিলে। কিয় জানো ছাঁৎকৈ তাৰ মনলৈ আহিল অহাৰ আগদিনা চাৰ্টিফিকেট কেইখনমান এটেষ্টেড কৰিবলৈ অফিচটোত সোমাই দূৰৈৰ পৰাই নিজৰ পুৰণা সহপাঠী দুজনক ওচৰা-উচৰিকৈ বিষয়াৰ চকীত দেখি মুহূৰ্ততে সিহঁতৰ চকুৰ আঁৰ হৈ উভতি অহাৰ কথা।

'কি হ'ল মোহিনী? কি ভাবিছা?'

'নাই, এনেয়ে—'

'ই দাদা, আগৰে পৰাই অলপ ভাবুক টাইপৰে!', মৃগেনে পৰিস্থিতি সহজ কৰি ৰখাৰ চেষ্টা অব্যাহত ৰাখিলে।

'শুনা', মোহিনীৰ ফালে আধা ঘূৰি লৈ চৌধুৰীয়ে পুনৰ আৰম্ভ কৰিলে, 'তুমি ভাল ল'ৰা, মই চিনি পাইছোঁ, সৎ আৰু অমায়িক ল'ৰা তুমি, তোমাক কওঁ — কাম-কাজ নাথাকিলে ভাবি-গুণি থাকিবলৈ বহুত সময় পোৱা যায়। কিন্তু ভাবি-গুণি থাকিলে আন কাম-কাজত ব্যস্ত মানুহৰ প্ৰতি ঈৰ্ষা, আনকি ঘৃণাও আহিব পাৰে। ঈৰ্ষা আৰু ঘৃণাৰে বুকুখন গধুৰ কৰি তুমি অনাই-বনাই ঘূৰি ফুৰিবা, তোমাৰ চাৰিওফালৰ ব্যস্ত মানুহবোৰক দেখি তুমি পুনৰ ভাবিবা সকলোৰে মূল্য আছে, কেৱল তোমাৰ নাই কাৰণ— তোমাৰ উপাৰ্জন নাই—'

মোহিনীয়ে ৰ লাগি চৌধুৰীৰ মুখলৈ চাই ৰ'ল। মানুহটোৱে যেন তামোল ফলাদি তাৰ ভিতৰখন ফালি পেলাইছে।

'কিন্তু অকল পইচা পালেও নহ'ব, নিজ চেষ্টাৰে, সৎ উপায়েৰে ঘটা পইচাইহে তোমাক বুজাব পাৰিব যে তোমাৰো মূল্য আছে, তেতিয়াহে তুমি আচলতে যিটো মানুহ সেইটো হৈ থাকিব পাৰিবা, নহ'লে লাহে লাহে দুই নম্বৰী, তিনি নম্বৰী, সাত নম্বৰী হ'বলৈ বেছি পৰ নালাগিব তোমাৰ। সেই কাৰণেইতো মই সাৱধান ....'

'সেই কাৰণেইতো মোহিনীয়ে কৈছে— আপোনাৰ পৰা অনেক শিকিবলগীয়া আছে আমাৰ।'

'হয় দাদা, মৃগেনৰ পৰা শুনি মই আচৰিতেই হৈছোঁ, এই যে সমাজসেৱা, কিতাপ-পত্ৰ — এইবোৰৰ লগত আপোনাৰ এতিয়াও ইমান ওচৰ সম্পৰ্ক - ধেমালি কথা নহয়।'

'ওঁ — সমাজে তাৰ ভিতৰত থাকিবলৈ দিছে যেতিয়া সেৱাওতো কিছু দিবই লাগিব। আৰু কিতাপ — কিতাপতো ভাই সঞ্জীৱনী, এই নিষ্ঠুৰ হেঁচা-ঠেলাৰ মাজত কিতাপ নহ'লে কিদৰে থাকিবা ? এইবোৰৰ মাজত অকণমান উশাহ ল'বলৈ ইয়েইতো একমাত্ৰ অক্সিজেন মাস্ক। ... আচ্ছা এওঁক মৃগেনক বাৰু জানো, তোমাৰ পিছে কিতাপ-পত্ৰৰ চৰ্চা-তৰ্চা আছে নে নাই ?'

'মানে, সামান্য অলপ-চলপ নথকা নহয়।'

ব্ৰজমোহন চৌধুৰী চকীখনত পোন হৈ ল'লে। ইতিমধ্যে ঘৰৰ পৰা মাতিবলৈ অহা বনকৰা ল'ৰাটোক গৈ আছোঁ যা বুলি পঠাই দিছে তেওঁ। মোহিনীক চকুৰ পচাৰতে এবাৰ পুনৰীক্ষণ কৰি লওঁতেই মৃগেনে লাহেকৈ কৈছিল- 'কিতাপ-পত্ৰৰ চৰ্চা আৰু এতিয়া ক'ত ৰাখে, কাম-কাজৰ ধাণ্ডাতে......', চৌধুৰীয়ে কৰ্ণপাত নকৰি মোহিনীলৈ চাই পুনৰ সুধিলে,' কি কিতাপ পঢ়ি ভাল পোৱা ?'

'বেছি পঢ়া নাই দাদা, ইংৰাজী দুই এখন, অসমীয়া উপন্যাস-গল্প অলপ-চলপ, মালিক, ভবেন শইকীয়া, সৌৰভ চলিহা.....'

'সৌৰভ চলিহা ? সৌৰভ চলিহা পঢ়িছা ?'

মৃগেনৰ মুখৰ ওপৰেদি সাউৎকৈ চাৱনিটো বাগৰাই ল'লে মোহিনীয়ে, 'হয়, ভাল লাগে বৰ।'

'ভাল লাগে ?', চৌধুৰীৰ মুখখনত এক নতুন জেউতি ফুটি উঠিল, 'কি কি ভাল লাগে ? 'বীণা কুটিৰ' পঢ়িছানে ?'

'হয়, পঢ়িছোঁ, কিন্তু বহুদিন আগতেই পঢ়াতো — পাহৰি যোৱাৰ নিচিনা...'

'নাই নাই, বহুদিন আগতে পঢ়িলেও 'বীণা কুটিৰ' পাহৰিব নোৱাৰি...'

চৌধুৰীয়ে চকীত ভৰি দুটা তুলি ল'লে, 'দিয়া মৃগেন, আৰু এটা দিয়া, আজি অলপ বেছিয়েই হ'ল যেন পাওঁ !', আত্ম সচেতন হৈ পৰা মোহিনীৰ ফালে মুখখন ঘূৰাই তেওঁ পুনৰ আৰম্ভ কৰিলে, '....অঁ, কি কৈছিলোঁ, বুইছা — চলিহাৰ 'ভ্ৰমণ বিৰতি', 'হাঁহিচম্পা' বা আনকি 'গোলামো' তুমি পাহৰি যাব পাৰিবা, কিন্তু 'বীণা কুটিৰ' পাহৰিব নোৱাৰিবা.....', মৃগেনে নিশব্দে সম্মতিসূচক মূৰ জোকাৰি থাকিল।

'....আচলতে কি জানা, এই পৃথিৱীত প্ৰতিটো মানুহৰে ভিতৰখনত একোটা 'বীণা কুটিৰ' আছে যেন লাগে।'

'মানে, মোহভংগৰ বেদনা ?', মৃগেনে মূৰটো জোকাৰি থাকিয়েই ক'লে।

'মোহভংগৰ বেদনা, ডিছইলিউশ্যনমেন্ট, ডে'থ অব এ ড্রিম— সেইবোৰতো আছেই, তাৰ উপৰিও আছে কলিজাটোৰ কথা। বুকুৰ মাজত কোমল কলিজাটো চেপা খাই আছে চাৰিওফালৰ কংক্ৰীটৰ জংঘলত 'বীণা কুটিৰ'টো চেপা খাই থকাৰ দৰে। নানানটা অভিলাষৰ তাড়না, অথচ দাৰিদ্ৰ্যৰ ভয়, শুদ্ধ- অশুদ্ধৰ অবিৰত ঠেলা-হেঁচা, জয়-পৰাজয়ৰ টনা-আজোৰা — কোমল কলিজাবোৰ মানুহৰ বুকুৱে বুকুৱে এচুকত পেপুৱা লাগি থকা নাইনে?' চৌধুৰীৰ ভাষা প্ৰয়োগত কোঠাৰ পৰিৱেশটো কিছু কাব্যময় হৈ উঠিল, 'মনত পেলোৱাচোন, চলিহাৰ কলমৰ সেই অদ্ভুত যাদু, উঃ! পেৰাগ্ৰাফৰ পাছত পেৰাগ্ৰাফৰ একো একোটা বিজুলী চমক। বিসদৃশ ওখ ওখ কংক্ৰীটৰ দালানে চাৰিওফালে ঘেৰি আছে পুৰণি আসাম টাইপৰ জৰাজীৰ্ণ সেই ঘৰ। বাৰাণ্ডাৰ চালিখনৰে বগাই উঠি গৈছে এডাল বীণা ফুলৰ গছ, গছডালো এতিয়া জৰাজীৰ্ণ। গল্পৰ নায়কে, সেই চাকৰিয়াল প্ৰটাগনিষ্টে, ভাড়াঘৰ বিচাৰি যাওঁতে এই ঘৰ দেখা পাই ভাবিছে আৰ-চি-চি বিল্ডিঙৰ অংশ: এটাতকৈ এই কুটিৰ তেওঁৰ বাবে বেছি আকৰ্ষণীয়। তেওঁ লগে লগে ঘৰটোৰ নাম এটাও দি পেলাইছে-'বীণা কুটিৰ'।

মৃগেনৰ লগতে মোহিনীয়েও সমানে মূৰ জোকাৰিছে যদিও চৌধুৰী যেন কিছু আনমনা হৈ পৰিছে, 'মনত পৰিছেনে তোমালোকৰ? এই ঘৰ এইদৰে পৰি থকাৰ খোজ-খবৰ কৰি নায়কে যিকণ গম পাইছে, তাৰ পৰাই তেওঁ মনৰ চকুৰে দেখিছে— ৰবপুতেক প্ৰফেছৰে দেউতাকৰ দিনৰে ঘৰৰ সম্পৰ্ক থকা ঠিকাদাৰক বুজাইছে দেউতাকৰ জ্ঞান চৰ্চাৰ কেন্দ্ৰ এই ঘৰটো তেওঁ লোহা-চিমেন্ট-বালিৰ মাজত শেষ হৈ যাবলৈ নিদিয়ে....'

'আৰু দাদা, এইখিনি দেখিছেও কেনেকৈ? খাই থকা ক'কাক'লাৰ বটলটোৰ ভিতৰৰ ক'লা পানীখিনিত চিনেমাৰ দৃশ্যৰ দৰে!', মৃগেনে আন্তৰিকতাৰে ক'লে।

'অঁ, কি অপূৰ্ব ষ্টাইল!', মোহিনীয়ে যোগ দিলে।

'জী- জোঁৱাইহালকোতো দেখিছে পিছৰবাৰ, ক'কাক'লাৰ বটলৰ ভিতৰৰ ক'লা পানীত তেওঁলোকেও কথা পাতিছে—ভাড়া-তাড়াত দি এই ঘৰৰ মৰ্যাদা হানি নকৰে তেওঁলোকে, কোনো নাথাকিলেও সকলো এজ-ইট-ইজ ৰাখি ইয়াক মেইনটেইন কৰি থাকিব তেওঁলোকে!'

'আৰু শেষতো দাদা, সৰু পুতেক -বোৱাৰীয়েককো দেখা পালে।' মৃগেনৰ কথাবাৰত সহজ হয়ভৰ দি মোহিনীয়ে ক'লে, 'অঁ, সেইখিনিতো আৰু মন চুই যোৱা!'

'মন চুই যোৱা মানে? মাৰঘাত কাৰবাৰ হে ভাই!', ঘৰৰ পৰা দ্বিতীয়বাৰ মাতিবলৈ অহা কনকৰা ল'ৰাটোৰ সময়টো বেয়া হ'ল, 'যাম বুলি কৈছোঁ নহয়, আকৌ কিয় আহিছ? আৰু এবাৰ আহিলে মই সহ্য নকৰিম কিন্তু, কৈ দিছোঁ। অঁ, কৈছিলোঁ কি? সৰু পুতেক, বাপেকৰ ত্যাজ্য পুত্ৰ, সিও নিজৰ অজাতিৰ ঘৈণীয়েকজনীক কৈছে, ক'কাক'লাৰ ক'লা পানীত কোৱা দেখা গৈছে, এই ঘৰ এনেকৈয়ে থাকিব, তাৰ প্ৰতিজ্ঞা অনুযায়ী দেউতাকৰ

সম্পত্তিৰ ফুটা কড়ি এটাও নলয়, সেয়ে ভাড়া-তাড়া দি ইয়াৰ পৰা পইচা উপাৰ্জন নকৰে সি, কেৱল ঐতিহ্যৰ নামত মেইনটেইন কৰি থাকিব এই ঘৰ — চকুপানী ওলাই আহিব খোজে হে এতিয়াও ...', চৌধুৰীয়ে বাওঁহাতৰ বুঢ়া আঙুলি আৰু তৰ্জনীৰে চকুযোৰ চুচি ল'লে এবাৰ। 'পিছে, চেছ্-মেছ্, কি হ'লগৈ - হোঁ ?', মোহিনীৰ ফালে চাই চৌধুৰী ভাবত বিভোৰ যেন হৈ বৈ গ'ল।

'হয় দাদা, শেষটোও কি সুন্দৰ! মূঠতে কেৰেক্টাৰবোৰ শেষলৈকে আচৰিত ধৰণে ডেভেলপ কৰিছে...'

'কি মাৰাত্মক আয়ৰণি,' মোহিনীৰ কথা কাণত পৰাই নাই এনে ভাবত চৌধুৰীয়ে কৈ গ'ল, 'টকাৰ মোহে আধুনিক মানুহৰ সকলো কোমলতা শুকুৱাই পেলোৱাৰ এনে আয়ৰণিকেল, এনে মৰ্মস্পৰ্শী গল্প, উস্!'

'কিন্তু দাদা, এটা কথা কওঁ, বেয়া নাপায় যদি', ৰঙা পানীয়ৰ আবেশতে চাগৈ হঠাৎ মৃগেনৰ মুখেৰে ওলাই গ'ল, 'মানে গল্পটোৰ মূল কথাখিনিৰ লগত আপোনাৰ জীৱন-দৰ্শনৰ — সম্পূৰ্ণ মিল আছে জানো?'

চৌধুৰীয়ে সম্বিৎ ঘূৰি অহা মানুহৰ দৰে মৃগেনলৈ চালে, 'কিয় ক'লা?— মই পইচা ঘটাটোত জোৰ দিওঁ কাৰণে?', চৌধুৰী পুনৰ আবেগিক হ'ল, পুনৰ আলংকাৰিক শব্দৰ প্ৰয়োগ বাঢ়ি গ'ল তেওঁৰ, 'শুনা, জীৱনৰ সকলো সুন্দৰতা, সেই বীণা গছডালৰ সুন্দৰতাও ইয়াত সোমাই আছে — মনত ৰাখিবা, সেই সুন্দৰতাক আচল অবিকৃত ৰূপত যাতে মই উপভোগ কৰিব পাৰোঁ তাৰ বাবে দাৰিদ্ৰ্যৰ ভয়ৰ পৰা মই মুক্ত হৈ থাকিব খোজো। বুইছা, সুকুমাৰ কলাৰ চৰ্চাই দিয়া তৃপ্তি আৰু ঐশ্বৰ্য আহৰণে দিয়া সাহস, এই দুটাৰ এটাও এৰিব নোৱাৰোঁ মই!' চৌধুৰীৰ গলাৰ আবাজ অলপ ওপৰলৈ উঠিল, হঠাৎ চকীখনতে মোহিনীৰ ফালে ঘূৰি ল'লে তেওঁ। দুখন ওলমি পৰা কান্ধেৰে, এটা দেই যোৱা কলিজাৰে, টলৌ টলৌকৈ ৰোজগাৰৰ আশাত ঘূৰি ফুৰি, দুদিনৰ পাছৰ ভাতসাঁজ কেনেকৈ যোগাৰ হ'ব তাৰ চিন্তাত থাকি বীণা ফুলৰ সুৰভি তুমি উপভোগ কৰিব নোৱাৰিবা ব্ৰাদাৰ!...', মৃগেনৰ ফালে ঘূৰি লৈ তেওঁ পুনৰ ক'লে, 'চব কথা কেটেগৰাইজ কৰি নেপেলাবা..... এই যে মই হোটেলখন খুলিবলৈ লৈছোঁ, পইচা আমদানিৰ বাবেই খুলিবলৈ লৈছোঁ, সন্দেহ নাই, কিন্তু থপিয়াই পইচা আনিবৰ বাবে নহয়, গ্ৰাহকৰ পইচাৰ বেগটোৱেই মোৰ বাবে তেওঁলোকৰ পৰিচয় নহয়!...'

মৃগেনে শান্ত স্বৰত প্ৰসংগ সলনিৰ চেষ্টা কৰি ক'লে, 'হয় দাদা, এটা কথা কিন্তু, হোটেলৰ কৰ্মচাৰীৰ ব্যৱহাৰটো কিন্তু মিঠা হ'ব লাগে, মধুৰ ব্যৱহাৰ আৰু নিষ্ঠাবান কৰ্মী, তেতিয়াহে..'

চৌধুৰী পুনৰ কোঠাৰ পৰিৱেশটোলৈ উভতি আহিল, 'এৰা, ঠিকেই!', তেওঁ শান্তস্বৰত ক'লে, 'কিন্তু এনে বেয়াৰ কমডিটি পাবা ক'ত? চবতো ঘাগুৰ দল! মেনেজাৰৰ বাবে ভাল ল'ৰা এটা বিচাৰি মোৰ ঘাম বাহিৰ হৈ গৈছে, এটা ভাল ল'ৰা যদি পালোহেঁতেন!

এটা ভাল অফিচাৰৰ দৰ্মহা দিম, কিন্তু বিচৰামতে ল'ৰা এটা যদি পালোহেঁতেন। এটা সৎ, দেখাই-শুনাই, কামে-কাজে ভাল, বিনয়ী ল'ৰা, মানে ধৰা, এই মোহিনীৰ দৰে ল'ৰা এটা...'

মৃগেনে মোহিনীৰ চকুলৈ চোৱাৰ লগে লগে মোহিনীয়ে বিলম্ব নকৰিলে, 'মানে দাদা, আপোনাৰ আগতনো আৰু কি লুকুৱাম, এইবোৰ বিজিনেছ-চিজিনেছ আৰু মোৰ দ্বাৰা ক'ত — দিয়ে যদি — মেনেজাৰ কৰি — ময়ে সোমাব পাৰোঁ। দৰ্মহা-চৰমহা আপুনি যি ভাল দেখে...'

'ছৰি, নহ'ব!', অলপ জড়তাপূৰ্ণভাৱে চৌধুৰীয়ে চকুহাল দুবাৰ পিৰিকিয়ালে। খাৰাংখাছ উত্তৰটোত মোহিনী বৈ গ'ল। — 'হ'লহেঁতেন, যদি তুমি প্ৰথমতেই ক'লাহেঁতেন — ইমান সংকোচপূৰ্ণ, সাহসৰ অভাৱ থকা মেনেজাৰে — নোৱাৰিব — মোৰ হোটেলত।'

'নহয় দাদা', মৃগেন থিয় হ'ল, 'আচলতে মইহে কৈছিলোঁ তাক বেকাৰ শব্দটোৰ প্ৰতি আপোনাৰ বিৰক্তিৰ কথা। আগতে খুলি নোকোৱাৰ বাবে আচলতে মইহে জগৰীয়া। পাৰে যদি চান্স এটা তাক দিলে — দাদা.. '

চৌধুৰীয়ে মূৰ দাঙি মৃগেনলৈ কিছু সময় চাই থাকিল, তাৰ পাছত মোহিনীৰ ফালে মুখখন ঘূৰাই লৈ ক'লে — 'ঠিক আছে — এটা চান্স — এটা ইণ্টাৰভিউ — কোৱা, মোৰ এই হোটেলখনৰ নাম এটা তুমি চাজেষ্ট কৰা, চামথিং ইউনিক, কোৱাচোন চাওঁ।'

দুপেগ পানীয়ৰ ক্ৰিয়াই অনভ্যস্ত মোহিনীক কিছু সপ্ৰতিভ কৰি তুলিছিলেই, তাৰে আবেশতে সি 'নাম?' বুলি এক মুহূৰ্ত চিন্তা কৰি ঘপহকৈ কৈ দিলে, 'কিয়, দাদা — 'বীণা কুটিৰ'কৈ দিব পাৰিচোন।'

'হে? বীণা কুটিৰ?', চৌধুৰীয়ে স্তব্ধ হৈ খন্তেক ৰোৱাৰ পাছত লাহে লাহে মৃগেনলৈ চালে। মৃগেনে যোগ দিলে, 'এৰা দাদা, বেয়া নহয় দেখোন! — বেয়া নহয় মানে, দাদা, বঢ়িয়া হ'ব! হোটেল হিচাপে এটা অগতানুগতিক নাম, এটা আপোন আপোন লগা নাম, এটা মনত থাকি যোৱা চেলেবল নাম।'

ধ্যানস্থ মানুহৰ দৰে খন্তেক বেৰখনলৈ চাই থাকি চৌধুৰীয়ে লাহে লাহে ক'লে, 'এৰা ... এৰাহে, এটা অগতানুগতিক নামেই হ'ব। কেৱল অৰ্থ সচেতন আধুনিক জীৱনৰ পৰিহাস দাঙি ধৰি চলিহাই খাৰা কৰাইছে সেই 'বীণা কুটিৰ', আৰু অৰ্থ সচেতন জীৱনতো অন্তৰাত্মাৰ গৰিমা দাঙি ধৰি মই খাৰা কৰাম এই 'বীণা কুটিৰ'। মোৰ গ্ৰাহকে তাত প্ৰতিমুহূৰ্তে পাব নিজৰ জীৱনৰ হেৰাই যোৱা বীণা ফুলৰ সুবাস....'

'মই ইন্টাৰভিউত পাছ কৰিছোঁ তাৰ মানে?'

'হোঁ? ওহোঁ, নাই কৰা। সৎ সাহসৰ সমস্যাটোৰ সমাধান হোৱা নাই এতিয়াও',

মোহিনীৰ চকুলৈ ট-ট-কৈ চাই থাকিল চৌধুৰীয়ে — 'স্পষ্টভাবে কোৱা, সৎ সাহস গোটাব পাৰিবানে?'

'সৎ সাহস? পাৰিম দাদা!'

'ঠিক আছে, তেন্তে চিধা-চিধি কোৱা — 'বীণা কুটিৰ'ৰ শেষ ছোৱা কি আছিল?'

মোহিনীৰ চাৱনি ধীৰগতিত নামি আহিল।

'কোৱা!'

'আপোনাৰ ওচৰত আৰু লুকুৱাবলৈ কিটো, .... মই আপোনাক কথা দিছোঁ দাদা, তিনিদিন, তিনিদিনৰ ভিতৰত 'বীণা কুটিৰ' বিচাৰি খোচাৰি পঢ়ি পেলাম আৰু আপোনাক সবিস্তাৰে ক'ম গল্পটোৰ গোটেইখিনি! — কিন্তু, চাকৰিটোৰ মোৰ বৰ প্ৰয়োজন দাদা!'

প্ৰায় মণিব নোবাৰা ক্ষীণ হাঁহিৰ আভাস এটাৰে ব্ৰজমোহন চৌধুৰী ঘৰলৈ যাবলৈ বুলি লাহে লাহে চকীৰ পৰা উঠিল আৰু এক ধৰণৰ আচহুৱা কৰ্তৃত্বৰ সুৰ কথাত সানি মোহিনীৰ ফালে তেওঁ আঙুলি টোবালে, — 'পুৱাই ওলাব লাগিব, ৰাতি শোৱা দেৰি হৈছে বুলি — এবেলালৈকে শুই থাকিলে — মই সহ্য নকৰিম কিন্তু — কৈ দিছোঁ!' ❑❑

**['আজিৰ অসম' কাকতৰ শাৰদীয় বিশেষ সংখ্যা, অক্টোবৰ, ২০০৫ত প্ৰকাশিত]**

# চক্ৰবৎ

গোবিন্দ গোস্বামীয়ে নিজকে জীৱন সংগ্ৰামত জুৰুলা বুলি নাভাবে, কিন্তু ল'ৰা ছোৱালীহাল ডাঙৰ হোৱাৰ পাছত আজিকালি একধৰণৰ অসহায়বোধে তেওঁক কিছু অস্থিৰ কৰি তোলা হৈছে। অপূৰণ বাসনাৰ ক্ষোভ-হতাশা, অতীতৰ কৃতকৰ্মৰ অনুশোচনা, উচ্চাকাংক্ষা যিকণ আছে তাৰ ক্ষেত্ৰতো প্ৰতিনিয়ত বাধা —এইবোৰে তেওঁৰ মন-মেজাজ আজিকালি ক্ষণে ক্ষণে বাহী ফুলৰ দৰে নিস্তেজ কৰি তোলে। তেনে অৱস্থাত তেওঁৰ অতীতটো ঘাইকৈ সাৰ পাই উঠে। সামাজিক মৰ্যাদা আৰু অৰ্থনৈতিক অৱস্থা —দুয়োটাতে নিজৰ এতিয়াৰ এই ঢিলা সোলোকা স্থিতিৰ বাবে তেওঁ অতীতটোকে ঘাইকৈ জগৰীয়া কৰে। যিবোৰ কাম কৰা নহ'ল, অনেক কাল্পনিক বাধাৰ বাবে যিবোৰ কৰ্তব্যৰ পৰা বিৰত থকা গ'ল, সেইবোৰৰ বাবে জীৱনে এতিয়া আৰু পুনৰায় ক'ত সময়-সুযোগ উলিয়াই দিব? আৰু তাৰ বিপৰীতে যিবোৰ কৰা গ'ল —অকৰণীয়, নিকৃষ্ট, লজ্জাজনক, সেইবোৰৰ আঁচোৰ নোহোৱা কৰিবলৈকেবা সুযোগ-সুবিধা এতিয়া আৰু কোনফালেদি ওলাব? গোবিন্দ গোস্বামীৰ বুকুখন গধুৰ হৈ পৰে।

মনৰ চকুৰে যিমান দূৰলৈকে পাৰি উভতি চালে তেওঁৰ বিণিকি বিণিকি চকুৰ আগলৈ আহে একেবাৰে সৰু কালছোৱা .....সকলোৰে একেমুখে কৈছিল প্ৰভু গোসাঁইৰ ঘৰতহে এনে ল'ৰাৰ জন্ম সম্ভৱ, দেখাই- শুনাই, বিদ্যাই-বুদ্ধিয়ে এনে উজ্জ্বল, ঘৰে-বাহিৰে সকলোতে মানুহৰ চকু চাত মাৰি ধৰে. ...

গধুৰ বুকুৰে তেওঁ এতিয়া নিজকে সোধে—ঈশ্বৰ প্ৰদত্ত সকলোখিনি প্ৰতিভাৰ সদব্যৱহাৰ কৰি জীয়াই থকা হ'লনে? হৈছেনে? মনত থকাৰে পৰা এই পাঁচপন্ন বছৰ বয়সলৈকে জীৱনটো এবাৰ নিজৰ মনৰ মাজেৰে তড়িৎ গতিত পাৰ কৰাই দিলে তেওঁৰ ভিতৰখনত বিষণ্ণতাৰে ভৰা অনুভৱ কিছুমানেহে খুন্দিয়াখুন্দি কৰে—অনুকূল পৰিৱেশেৰে পৰিবেষ্টিত হৈয়েইতো আছিল তেওঁ, তথাপিও নিজৰ জীৱনটো আন দহজনতকৈ ব্যতিক্ৰমী, উৎকৃষ্ট, জাকতজিলিকা কৰিব নোৱাৰিলে কিয়?

উপৰিপুৰুষ জাকতজিলিকাই আছিল। মাত্ৰ তিনিপুৰুষ আগতে ঘৰখন উজনিৰ এক বিখ্যাত সত্ৰাধিকাৰৰ ঘৰ আছিল। আজোককাক সত্ৰাধিকাৰৰ নাম বৈ বৈ যোৱা আছিল বুলি তেওঁ শুনিছে। শুনিছেহে, সেই সদনামৰ কোনো ধৰণৰ অৱশিষ্ট নিগৰি

আহি তেওঁৰ নিজৰ পৰিয়ালত পৰাহি নাই। ককাদেউতাকৰ দিনতে সত্ৰৰ অৱস্থা নাজল-নাথল হ'ল। বানপানী, খহনীয়াৰ লগতে মহামাৰীয়েও ছাটি ধৰাত সত্ৰ উছন যোৱা অৱস্থাত শোক জৰ্জৰিত ককাদেউতাক আৰু আইতাক দুয়ো হঠাতে কিছু দিনৰ অগা-পিছাকৈ যেতিয়া ইহলীলা সামৰিলে, সদ্যবিবাহিত দেউতাকে অনেকৰ পৰামৰ্শত সেই ঠাইকে এৰিলে। শিষ্য-ভকতো লগতে ভালেখিনি উঠি আহিল। তেওঁলোকৰ গুণত দেউতাকে সত্ৰ নাপাতিলেও মাটি ভাঙি নিগাজী পাম কৰি প্ৰভু গোসাঁই আখ্যাৰেই দিন পাৰ কৰিবলৈ সুবিধা এটা পালে। মাটিৰ চৰকাৰী পট্টনো পালে যদিও তেওঁ প্ৰভু হৈ বহি নাথাকিল। দূৰৰ প্ৰাইমাৰী স্কুল এখনত শিক্ষকতা আৰু লগতে পূৰ্ণোদ্যমে খেতি-খোলা। কৰ্মী অথচ শান্ত, সাধু পুৰুষজন সত্ৰাধিকাৰৰ প্ৰকৃত উত্তৰাধিকাৰী হ'লহেঁতেন বুলি অনেকেই তেতিয়া কোৱা-কুই কৰিছিল।

কিন্তু সুখ, বিশেষকৈ সন্তানৰ পৰা গোটাব পৰা সুখ মানুহটোৰ বাবে মৰীচিকা হৈয়ে থাকি গ'ল। দুজনীকৈ কাণসমনীয়া গাভৰু জীয়েক—বৰজীয়েকৰ অকাল মৃত্যুৰ কোব নাপাহৰোতেই হঠাতে সৰুজীয়েকৰ অজাতিলৈ পলাই যোৱাৰ ঘটনা। গোসাঁই প্ৰভুৱে তথাপি ধৈৰ্য ধৰিছিল। নুমলীয়া একমাত্ৰ পুতেক গোবিন্দৰ মুখলৈকে চাই নিজকে শান্ত কৰিছিল। গোবিন্দ কেৱল গোসাঁই প্ৰভুৰে নহয়, গোটেই ঘৰখনৰ বাবেই যেন এক আপুৰুগীয়া সম্পদ। জন্মৰ সময়ত দেউতাকৰ বন্ধু হৰিচৰণ দাসে আহলাদেৰে কৈছিল, 'অনেক দিনৰ মূৰত বুঢ়া বয়সত কণাৰ লাখুটি হ'বলৈ এই পুত্ৰ পালা দিয়া, ই এলাপেচা নহ'ব—চাই থাকা!' হৰিচৰণ দাস, হৰিচৰণভকত, হৰিকাকা — বনকৰা ল'ৰাটোৰ মুখৰ পৰাই গোবিন্দৰ মুখলৈও আহিল হৰিকাকা, এই হৰিকাকা ঘৰখনৰ সকলোৰে বাবেই প্ৰিয় ব্যক্তি আছিল। গোবিন্দকতো অপৰ্যাপ্ত মৰমেৰে মাক-দেউতাকৰ লগতে হৰিকাকায়ো সমানেই আবৰি ৰাখিছিল।

সকলোৰে আলাসৰ লাৰু গোবিন্দই হাইস্কুল পোৱালৈকে যেতিয়া মাকৰ কোলাত উঠি ভাত খাইছিল, হৰিকাকাই দেউতাকক আৰু দেউতাকে মাকক সকীয়াইছিল, 'মাটিত থ'লে পৰুৱাই খায় হেন কৰিলে বিপদ হ'ব চাবা......'। গোবিন্দয়ো যেন তেনেবোৰ কথাৰ উমান পায়ে মাকৰ গৌৰব বঢ়াই যোৱাৰ জেদতে চেহেৰা-পাতি, বিদ্যা-বুদ্ধি সকলোতে মানুহক চমক খুৱাব পৰাকৈ উজ্জ্বল হৈ গৈ আছিল।

বাৰবছৰীয়া গোবিন্দৰ মুখলৈ চায়েই জীয়েকৰ শোকত শোকস্তব্ধ মাকজনীয়ে পুনৰ থিয়দণ্ডা দিব পাৰিব লাগিছিল। কিন্তু নোৱাৰিলে। শোকৰ ঢকাত মাকে এবাৰ যি বিছনা ললে উঠিব আৰু নোৱাৰিলে। যেন এটা অচিলাহে ল'লে সংসাৰৰ পৰা আঁতৰি যাবলৈ।

পত্নীৰ বিয়োগৰ পাছত কিন্তু গোসাঁই প্ৰভু মুজুৰা পৰি গ'ল। কাম-কাজৰ লগতে পুত্ৰৰ প্ৰতিও উৎসাহ অনেকখিনি কমি গ'ল। হৰিচৰণ ভকতে মানুহটোক আৰু লগতে

কাম-কাজবোৰকো কিছু চস্তালি ৰাখিলে হয়, পিছে গোবিন্দৰ ঠেক ছিগা যেন হ'ল। বায়েক দুজনীৰ লগতে হঠাতে মৰমৰ অফুৰন্ত ভাণ্ডাৰ মাকজনীও নোহোৱা হৈ যোৱা, উৎসাহী দেউতাকেও তাঁলৈ মন-কাণ কৰিবলৈ পাহৰি যোৱা, এইবোৰৰ বাবে এক অবুজ ক্ষোভ আৰু বিতৃষ্ণাই ল'ৰাটোক বিতত কৰিলে। অদ্ভুত উৎপতীয়া হৈ নিজৰ ক্ষোভ প্ৰশমিত কৰাৰ একধৰণৰ খেলতহে যেন গোবিন্দ মত্ত হৈ পৰিল।

তথাপি স্কুলৰ দেওনা গোবিন্দই সুখ্যাতিৰেই পাৰ হৈছিল। তেতিয়ালৈকে উৎপাতৰ ধৰণ-কৰণবোৰেও বাপেক প্ৰভু গোসাঁইক কেৱল অস্বস্তিতহে পেলাইছিল। কিন্তু কলেজ পালেগৈ মানে গোবিন্দ যেন চৰণীয়া পথাৰৰ উদং গৰু হৈ নিয়ন্ত্ৰণৰ বাহিৰত ঢপলিয়াই ফুৰিলে। দেউতাক গোবিন্দৰ ওপৰত কঠোৰ হ'ল, আৰু গোবিন্দ সমানেই বিদ্ৰোহী হ'ল। বিদ্ৰোহৰ ধৰণ-কৰণ সম্বন্ধে তাৰ একো ধাৰণা নাই, কেৱল ক্ষোভত অস্থিৰ ল'ৰাটোৱে দেউতাকৰ প্ৰতিটো কথাকে বিৰোধ কৰাটোতেই যেন এক ধৰণৰ অবোধ চাঞ্চল্য বিচাৰি পালে।

প্ৰথমে আদৰ্শগত কাৰণ দেখুৱায়েই বাপেকৰ প্ৰকাশ্য বিৰোধ কৰা দেখা গৈছিল —'কিহৰ শিষ্য-প্ৰভু? গুৰুৱেই যদি হয়, শিষ্যসকলৰ লাওলোৱা অৱস্থাৰ প্ৰতি গুৰুৱে কিটো কৰিছে? লাওলোৱা অৱস্থাত শিষ্য ঘৰলৈ আহিলে তেওঁলোকৰ পৰাও বিনা পইচাত গাখীৰ-গুৰ, চাউল-পাত কিয় গ্ৰহণ কৰে?' —গোবিন্দই দেউতাকে শুনাকৈ কয়।

দেউতাকে বুজাবলৈ চেষ্টা কৰে —'মই প্ৰভু হ'বলৈ যোৱা নাই, আপোন মানুহ বুলিয়েই দিহা-পৰামৰ্শ দিয়া-থোৱা কৰিছোঁ, তাতেই পিতৃ পুৰুষৰ কথা মনত পেলাই মোক প্ৰভু গোসাঁই বুলিলে মোৰ গাত দোষ নে কিবা? গোসাঁই বুলি মানিলে গোসাঁইৰ ঘৰলৈ মাজে মাজে আহিবই। আহিলে শুদা হাতে নাহি কল-কন কিবা এটা হ'লেও আনিবই। সেইটো পৰম্পৰাৰ কথা, তাত বাধা দিলে আঘাত দিয়াহে হ'ব ...'

'হুঃ। প্ৰভু গোসাঁই, শিচ-ভকত এইবোৰে কাৰ উপকাৰ কৰিছে আৰু কাক সৰ্বস্বান্ত কৰিছে বুজা আছে। পৰম্পৰা বন্ধ হ'লে মানুহবোৰে আঘাত পায়, সৰ্বস্বান্ত হ'লে নাপায় নেকি?'

'কি? কি কলি? মই সৰ্বস্বান্ত কৰিবলৈ ভাৰ-ভেটিৰ কৰ-কাটল লগাইছোঁ নেকি — হেঁ?'

প্ৰায়েই এনেবোৰ পৰিস্থিতিত হৰিচৰণ ভকত আহি মাজত সোমায় আৰু খণ্ডত ৰঙা-চিঙা পৰি থকা দেউতাকৰ মুখৰ ফালে নোচোৱাকৈয়ে গোবিন্দই মুখৰ ভিতৰতে তাচ্ছিল্যৰ হাঁহি এটা মাৰি আঁতৰি যায়।

'দেউতাৰা তোমাৰ পৰ নহয়, পাহৰি নাযাবা!'—হৰিকাকাই অনেকদিন গোবিন্দক কৈছিল যদিও ভিতৰি তেওঁ উদ্বিগ্নতাৰে লক্ষ্য কৰিছিল অলপ অলপকৈ দেউতাকৰ লগত গোবিন্দৰ সম্পৰ্কটো বাঁহ ফটাদি ফাটি আহিছে। আন শিচ-ভকতেও

দেখিলে-বুজিলে গোসাঁইৰ ঘৰত দিনৌ অশান্তি, পিতা-পুত্ৰৰ মন নিমিলে। ফলত ঘৰখনৰ শান্তিৰ স্বাৰ্থতে গোবিন্দই গুৱাহাটীৰ কলেজত নাম লগাই হোষ্টেলত ভৰ্তি হ'বলৈ সুবিধা এটা পালে। হোষ্টেলত থিতাপি লৈয়েই কিন্তু নিজৰ ক্ষোভৰ উদগীৰণৰ হেঁচাতে হওক বা গুৱাহাটী চহৰৰ অচিন বতাহৰ বা-মাৰলীতে হওক, গোবিন্দই কোনেও তৰ্কিব পৰাৰ আগতেই আওবাটে লৰ ধৰিলে। সেইবাটত ঘনে ঘনে মাইলৰ খুটি পাৰ হোৱাদি গোবিন্দই পাৰ হৈ গ'ল সুৰাজনিত উত্তগুালি, মাৰপিট, নাৰী-কেলেংকাৰী, আনকি পুলিচ আৰু লক-আপ পৰ্যন্ত পালেগৈ। আন নালাগে সহপাঠীসকলৰ মাজতো গোবিন্দ আলোচিত হ'ল এক অদ্ভুত চৰিত্ৰ হিচাপে—তীক্ষ্ণ বুদ্ধি, সৰল অন্তৰ, তথাপিও প্ৰায় সকলোৰে বাবে ত্ৰাস আৰু সমীহৰ কাৰণ।

দেউতাকক কোনো কোনোৱে ক'লে, প্ৰভু — মাতি আনি মৰমেৰে বুজাওক। দেউতাকেও নিষ্ঠাসহকাৰে চেষ্টা এটা দিছিল—'.....বুইছ, ইন্দ্ৰিয়গ্ৰাহ্য সুখৰ পাছত অধমবোৰহে দৌৰি ফুৰে, দেহজ সুখ, আধ্যাত্মিক সুখতকৈ সদায় নিকৃষ্ট......'। গোবিন্দই লগে লগে হৰিকাকাক দেউতাকে শুনাকৈ সোধে, 'হৰিকাকা — ভোকত ভাত, পিয়াহত পানী, এইবোৰে যি সুখ দিয়ে, সেইবোৰ দেহজ নহয় নেকি?'

দেউতাকে এটা সময়ত কোৱা বাদ দিলে, আৰু নানানটা অপবাদ ভৰিৰে মোহাৰি গোবিন্দই উদ্দাম যৌৱনৰ বলীয়া ঘোঁৰা যেনি-তেনি চুটাই আগুৱাই গুচি গ'ল। তিনি বছৰৰ ঠাইত বি, এ পাছ কৰোতে লাগিল পাঁচ বছৰ। লগ সংগৰ পৰা কলেজৰ অধ্যাপকলৈকে সকলোৱে জানে—অইন সৰ্বসাধাৰণ ছাত্ৰৰ কিতাপ-পত্ৰৰ লগত যিমানখিনি সম্পৰ্ক, তাৰ তিনিভাগৰ এভাগ থকাহেঁতেনো! গোবিন্দই সুখ্যাতিৰে কেতিয়াবাই পাছ কৰি ওলাই গ'লহেঁতেন। কিন্তু তীক্ষ্মবুদ্ধিৰ অথচ উদণ্ড ল'ৰাটোৱে কাৰোবাৰ কথা শুনিলেহে!

বি, এ পাছ কৰাৰ পাছত এম,এ পঢ়াৰ কথা কোনোবা কোনোবাই উলিয়াইছিল, গোবিন্দই কেৱল হো-হোকৈ হাঁহিলে। চাকৰি-বাকৰি এটাৰে থিতাপি লোৱাৰ চেষ্টা কৰিবলৈকো কৈছিল মানুহে, তাছিল্য ভৰা মিচিকনি এটা এৰি দি গুৱাহাটীতে কিছুদিন অনাই-বনাই ফুৰাটোকেহে উদ্দেশ্য কৰি ল'লে ল'ৰাটোৱে।

কিন্তু হঠাতে, একেবাৰে আচম্বিতে গোবিন্দৰ উদ্দাম জীৱনৰ তেজী ঘোঁৰা স্তব্ধ হৈ ৰৈ যাবলৈ বাধ্য হ'ল। এইবাৰ ভাল ঘৰৰ শান্ত-শিষ্ট, বুদ্ধিমতী ছোৱালী এজনীৰ লগত কিবা এক ঘটনাৰ পাকচক্ৰত গোবিন্দ জড়িত হ'ল, আৰু এই ঘটনাই তেওঁক একেবাৰে অন্তঃস্থলৰ পৰা জোকাৰ খুৱাই পেলালে। তেওঁৰ দৃঢ় বিশ্বাস জন্মিল এইজনী ছোৱালী আনৰ লগত নিমিলে। বুধিয়ক অথচ নিৰহংকাৰী, মধ্যবিত্ত ঘৰৰ অথচ নিজ স্বাৰ্থৰ প্ৰতি উদাসীন, শান্ত অথচ সাহসী—এইজনীৰ লগত স্থায়ী সম্পৰ্ক হ'লে জীৱনটো সমৃদ্ধ হ'ব যেন লাগিল তেওঁৰ।

বশীভূত গোবিন্দ গোস্বামীৰ এইজনী ছোৱালীক লৈ ভৱিষ্যতৰ মনোৰম কথা কিছুমান কল্পনা কৰিবলৈ মন গ'ল। কল্পনাৰ লগত হাত ধৰি বাস্তৱেও সমানে তেওঁৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিলে। দিনে-ৰাতিয়ে লাগি প্ৰাইভেট কোম্পানী এটাত-কেৰাণী চাকৰি এটা গোটাই লোৱাৰ লগে লগেই তেওঁ এইবাৰ বিয়া পাতি সংসাৰ আৰম্ভ কৰি দিলে। একমাত্ৰ বায়েকজনী বিয়াৰ দিনা আহিছিল, তাৰ বাহিৰে পৰিয়ালৰ বুলি আহিবলৈ কোনো নাই। গোসাঁই প্ৰভুৱে ঢুকুৱাৰ আগতেই নিজৰ চৰণৰ পৰা গোবিন্দক বিতাৰিত কৰিছিল, ভেটি মাটিখিনিৰ বাহিৰে বাকী সকলোবোৰ মাটি-বাৰী শিচ-ভকতৰ নামত লিখি দিছিল। গোবিন্দই ভেটিৰ মাটিখিনিৰ বাবেও যোৱা নাছিল। একমাত্ৰ বায়েকজনীকে ল'বলৈ দি পূৰ্বপুৰুষৰ লগত সম্বন্ধৰ অধ্যায়টোৰ তেওঁ সামৰণি মাৰিছিল।

সাধাৰণ কোম্পানীৰ সাধাৰণ চাকৰি এটাৰ জোৰেইবা কিমান? সেই জোৰেৰে সংসাৰৰ চকা নিমজ ৰাস্তাত পুৰপুৰকৈ ঘূৰাই ৰখা কিমান কঠিন সেই কথা উপলব্ধি কৰিয়ে গোবিন্দৰ শহুৰেকে এইবাৰ আগভাগ ল'লে। অনেক পুৰুষাৰ্থ কৰি, অনেক নেতা-মন্ত্ৰী-বিষয়াৰ হাতে ভৰিয়ে ধৰি তেওঁ একমাত্ৰ জোঁৱায়েকক চৰকাৰী মাটি-হাকিমৰ অফিচৰ কেৰাণীৰ চকীত বহুৱাবলৈ সক্ষম হ'ল।

একালৰ বন্ধু-বান্ধৱ অনেকেই গোবিন্দ আৰু চৰকাৰী অফিচৰ সাধাৰণ কেৰাণী —দুয়োটা কথা খাপ খুৱাব নোৱাৰি আচৰিত হৈছিল। কিন্তু সোনকালেই সকলোৱে বুজিবলৈ সক্ষম হ'ল যে সংসাৰ পৰিক্ৰমাত ন্যূনতম সম্মানৰ স্থান এটুকুৰা যোগাৰ কৰি লোৱাৰ স্বাৰ্থতে জধে-মধে শক্তি প্ৰদৰ্শন গোবিন্দৰ বাবে এতিয়া ইপ্সিত নহয়, সম্ভৱো নহয়। অৱশ্যম্ভাৱী ৰূপে গোবিন্দ গোস্বামী শান্ত হৈ গৈছে, সলনি হৈ গৈছে।

সংসাৰৰ টনা-আজোৰা, দেনা-পাওনাৰ জোৰা-টাপলি এইবোৰৰ মাজতে কেইবছৰমানৰ ভিতৰতে এটি পুত্ৰ আৰু এটি কন্যা সন্তানৰ পিতৃ যেতিয়া হ'ল, গোবিন্দ গোস্বামী পমি গৈ পানী হোৱাদি হ'ল। শান্ত, সুশীলা অথচ হিচাপী ঘৈণীয়েকজনীৰ মুখলৈ চালে এনেয়ো মানুহটোৰ অন্তৰখন মৰমত তল-ওপৰ কৰে, তাতে এনে এহাল দেখিলেই অন্তৰ শাঁত পৰা দুবছৰৰ ব্যৱধানত লহপহকৈ বাঢ়ি অহা ল'ৰা-ছোৱালীৰ মাকজনী তেওঁৰে ঘৈণীয়েক হোৱাত যেন তেওঁৰ বুকুখন গৰ্বত কিঞ্চিৎ হ'লেও ফুলি উঠে। খং, ক্ষোভ, অহংকাৰৰ জোৰ লাহে লাহে সংসাৰৰ আঁ'লে আঙ্কালবোৰৰ ফাঁকবোৰেদি সৰসৰকৈ সৰি কেনিবা অদৃশ্য হ'লগৈ। গোবিন্দ গোস্বামী চাওঁতে চাওঁতেই এজন সাধাৰণ, শান্ত-শিষ্ট, ভাল মানুহলৈ ৰূপান্তৰিত হ'ল। মাজনী আৰু বাবু নামৰ নিজৰ ল'ৰা-ছোৱালীহালৰ ওপৰতে শান্ত মানুহটোৱে নিজৰ সমস্ত চিন্তা-চৰ্চা কেন্দ্ৰীভূত হ'বলৈ এৰি দিলে।

ল'ৰা-ছোৱালীহাল সৰু হৈ থকালৈকে শান্ত গোবিন্দ গোস্বামী ভিতৰি অশান্ত হোৱাৰ কোনো অৱকাশ নাছিল। কিন্তু ল'ৰা-ছোৱালী দুয়োটা কলেজ পোৱাৰ পাছত

তেওঁক আজিকালি ঘনে ঘনে একধৰণৰ শংকা আৰু অসহায়বোধে অস্থিৰ কৰি তোলা হৈছে। শেষ পৰ্যন্ত ল'ৰা-ছোৱালীহালক লেখৰ-জোখৰ মানুহ কৰি এই সংসাৰ বননিত এৰি দিব পৰা যাবগৈনে? নানানটা অপূৰণ বাসনাৰ পৰা গজালি মেলা বিৰক্তি, ক্ষোভ, হতাশাক দমাই ৰাখি সিহঁত শেষলৈকে শান্ত হৈ, বাপেকটোৰ প্ৰতি বিদ্ৰোহী নোহোৱাকৈ থাকিবগৈনে? ল'ৰা-ছোৱালীহালৰ লগত নিজৰ সম্পৰ্কত কোনোধৰণৰ ফাট নেমেলাকৈ দিন পাৰ কৰি গৈ থকাটো শেষলৈকে সম্ভৱ হ'বগৈনে? চিন্তিত গোস্বামীয়ে মাজে মাজে ঘৈণীয়েকক চিন্তাৰ আভাস দি সোধে, 'হে'ৰা, কিয় এইবোৰ আজে-বাজে ভাবনা আহি থাকে হে?'—'আহিবই, বাপেকীৰ মন কাক কয়?'— ঘৈণীয়েকৰ চুটি উত্তৰটোৱে হুৰুছকৈ দূৰ অতীতৰ এছোৱা তেওঁৰ চকুৰ আগেৰে পাৰ কৰাই দিয়ে, আৰু এক দীৰ্ঘশ্বাস এৰি তেওঁ ক্ষন্তেক থৰ লাগি বৈ যায়।

তেওঁ জানে দেউতাক, হৰিকাকাৰ লগতে পুৰণা ঘৰ-বাৰীও কেতিয়াবাতে নিশ্চিহ্ন হৈ গ'ল, পুৰণা শিচ-ভকতবোৰৰো চিন-চাব নোহোৱা হ'ল। এতিয়া আৰু সেইবোৰে মনত উচপিচনি তোলাৰ কোনো সুবিধা থাকিব নালাগে। তথাপিও, গধুৰ বুকুখনৰ পৰা গধুৰ অনুভৱ কিছুমান উজাই আহি তেওঁক যেন কাণেকাণে কয়, 'যি কাৰণতেই নহওক কিয়, যি পৰিস্থিতিৰ হেঁচাতেই নহওঁক কিয়, যিবোৰ কৰণীয় কৰা নহ'ল, তাৰ বাবে কাৰো ওচৰত কাৰণ দৰ্শোৱাৰ সুবিধা জীৱনে এতিয়া আৰু তোমাক নিদিয়ে, আৰু বিপৰীতে—যিবোৰ ভুল, গৰ্হিত, নিকৃষ্ট কাৰ্য কৰা হ'ল, তাৰ বোজা তুমি ওৰেটো জীৱন বৈ যাবই লাগিব!' দকৈ চিন্তা কৰি থাকিলে, বাপেকৰ মাতটোৱে কোনোবাই তেওঁক কোৱা যেন লাগে, 'বুইছ বোপাই, আচলতে কাৰোবেই কোনো উপায় নাই, মানুহ মাত্ৰেই প্ৰত্যেকেই বৈ যাব লাগিব নিজৰ দুষ্কাৰ্যৰ সকলো বোজা, সেই বোজা পিঠিৰ পৰা নমাই মুকলিকৈ উশাহ এটা লোৱাৰ কাৰো কেতিয়াও উপায় নাই....'

গোবিন্দ গোস্বামীয়ে আকুল হৈ ভাবে, ল'ৰা-ছোৱালীহালৰ বাবে এই বোজাৰ ভাৰ কম হোৱাৰ ব্যৱস্থা এটা কৰি যাব পৰা হ'লে! কিন্তু সিহঁতহালক ভাল, আদৰ্শবান কৰিবৰ বাবেও যে নিত্যনতুন নানাবিধ প্ৰয়োজনৰ হেঁচা! ভাল শিক্ষা-দীক্ষাৰে উপযুক্ত, সমৰ্থবান কৰি গঢ় দিয়াৰ লগত সা-সুবিধাৰ কথা জড়িত আছে, সা-সুবিধা প্ৰদানৰ লগত উপাৰ্জনৰ কথা জড়িত আছে! পইচা উপাৰ্জনেৰেহে প্ৰয়োজনবোৰৰ হেঁচা চম্ভালিব পৰা যায়! আমদানি লাগে, কিবা এটা উচ্চাকাংক্ষা কৰিবলৈকো মানুহক আমদানি লাগে!

আমদানিৰ বাটটো ঠেলি-হেঁচি হ'লেও অকমান বহল কৰিবই লাগিব বুলি গোবিন্দ গোস্বামীৰ এক দৃঢ় প্ৰত্যয় জন্মিল। আমদানিৰ বাটত থকা জেং-জাবৰৰ ওপৰেদি কৌশলেৰে পাৰ হৈ খোজ পেলাবলৈ তেওঁ অলপ অলপকৈ শিকি ল'লে। জীৱনটোলৈ কিছু ৰং-ৰস আহিল হয়, কিন্তু অসুবিধা কিছুমানো লগতে আহি সংসাৰখনত সোমাল। ল'ৰা-ছোৱালীহালৰ যদি তেওঁৰ প্ৰতি সহানুভূতিৰ অভাৱ সামান্য হৈছেও, তাক তেওঁ

হয়তো বুজি পায়। সিহঁতৰ বয়স কম। মান-মৰ্যাদা আদিৰ লগত যে অৰ্থনৈতিক সফলতা আৰু নিৰাপত্তাও কিছু পৰিমাণে সোমাই থাকে সেই কথা মাজ বয়স নোহোৱালৈকে তেৰোঁ অনুভৱ কৰা নাছিল। অপৈণত বয়সৰ নীতি-আদৰ্শৰ লগত পৈণত বয়সে যোগ দি লয় ব্যৱহাৰিক জ্ঞান। সমবয়সীয়া সহকৰ্মী প্ৰায়বোৰেইতো সেইকাৰণেই বুজি পায়, সহমৰ্মিতা প্ৰকাশ কৰে, সমৰ্থন আৰু উৎসাহো প্ৰদান কৰে। কিন্তু ঘৈণীয়েক ? ঘৈণীয়েকৰ সমৰ্থন কিয় নাপায় ? খং, ক্ষোভ এইবোৰে আগুৰি ধৰা অৱস্থাত মূলতঃ ঘৈণীয়েকক উদ্দেশ্য কৰিয়েই তেওঁ নিজকে নিজে কয়, '....জমা বুলিবলৈ একো এটা নাই, ভৱিষ্যতলৈ মূৰ তুলি চাবলৈ একো এটা নাই, ইহঁতখনে নুবুজে কিয় ? চাকৰিটোওতো প্ৰায় শেষ হ'বৰে হ'ল।....' উদ্বেগ-উৎকণ্ঠাই কাবু কৰি পেলালে ক'ব নোৱাৰাকৈয়ে তেওঁ পুনৰবাৰ অতীতলৈ চায়। জীৱনটো শুদ্ধ পথেৰে পৰিচালিত কৰি অনা হ'লেতো আজি তেওঁ অনায়াসে উচ্চ খাপৰ চাকৰি এটাৰ অধিকাৰী হ'ব পাৰিলেহেঁতেন। আমদানিৰ বহল বাট এটাওতো তেতিয়া পোনে পোনে আহি তেওঁৰ ঘৰত লাগিলহিহেঁতেন। হুমুনিয়াহ এটা কাঢ়ি উঠি আগতে অনেকবাৰ ভবাৰ দৰে গোস্বামীয়ে পুনৰবাৰ ভাবে, ঘৈণীয়েকক ভালকৈ বুজাব লাগিব। প্ৰকাশ্যে আপত্তি নকৰা সত্বেও যে ঘৈণীয়েকৰ অসন্তুষ্টিটো তেওঁ ধৰিব পাৰে, সেইটোত তেওঁৰ কষ্ট হয়। অসন্তুষ্টিটো ঘৈণীয়েকৰ পৰা ল'ৰা-ছোৱালীহাললৈ নে ল'ৰা-ছোৱালীহালৰ পৰা ঘৈণীয়েকলৈ বাগৰিব পাৰে সেই বিষয়ে তেওঁ নিশ্চিত নহয়, তথাপিও ঘৈণীয়েকক সৈমান কৰি ৰখাটোৱেই আটাইতকৈ গুৰুত্বপূৰ্ণ যেন লাগে তেওঁৰ।

'...নিজৰ কাৰণে কৰা নাই, ভৱিষ্যতৰ কথা আছে, বিপদ-আপদৰ কথা আছে, সকলোৰে সময় থাকোতেই পুঁজি এটা কৰি ৰাখে, এতিয়াই যদি অকমান গোটাই নলওঁ... চাকৰি দেখোন শেষ হ'বৰে হ'ল।...', টান মাতেৰে দৃঢ়তাৰে গোস্বামীয়ে ঘৈণীয়েকৰ মুখলৈ নোচোৱাকৈ কথাবাৰ ক'লে যদিও ঘৈণীয়েকে বুজিলে সেইবাৰ কথা প্ৰশ্নবোধক হিচাপেহে তেওঁৰ অনুমোদনৰ বাবে এৰি দিয়া হৈছে। ঘৈণীয়েকে শান্তভাৱে ক'লে, 'মানুহকেইটাৰ দেহ-মন ভালে থাকিলে, ঈশ্বৰে চলাওঁ বুলিলে আমি নমৰো নহয়। কিন্তু মাজনী আৰু বাবুৱেও মোক কেইবাদিনো কৈছে, আনৰ মুখত আপোনাৰ বদনাম শুনিলে সিহঁতেও লাজ পায়, কষ্ট পায়...দৰকাৰ হ'লে সিহঁতে দূৰৰ হোষ্টেলত থাকিবলৈকে ভাল পাব হেনো।'

'হে ?'—গোবিন্দ গোস্বামী এইবাৰ স্তব্ধ হৈ গ'ল। ভয়, উৎকণ্ঠা আৰু বিবুধিয়ে তেওঁক মৌন কৰি পেলালে। অতীতৰ অনেক ক্ষণ যেন একেলগে পুনৰবাৰ সাৰ পাই উঠি তেওঁৰ কাণৰ কাষত বিৰবিৰাই ক'লে, 'ল'ৰা-ছোৱালী, পৰিয়ালৰ মৰমৰ লগত আপোচ কৰা নাযায় —গোবিন্দ .....', তেওঁৰ মনটোৱে হাহাকাৰ কৰাদি কৰিলে।

উপৰুৱাকৈ ধন ঘটাৰ বাটটো গোবিন্দ গোস্বামীয়ে ঠেক কৰি আনি এটা সময়ত বন্ধ কৰি দিলে। নালাগে, নতুনকৈ অলপ দিনৰ আগতেহে মোকলাই লোৱা এই আওবাটে

তেওঁক শান্তিধাম পোৱাবগৈ নোৱাৰে বুলি ভিতৰি তেওঁৰো বিশ্বাস আছে। কেৱল ন্যূনতম আশা- আকাংক্ষা চৰিতাৰ্থ কৰি বাচি থকাৰ উপায় হিচাপেহে এই বাটক তেওঁ গুৰুত্ব দিব খুজিছিল। কিন্তু নালাগে, নিজৰ প্ৰাণীকেইটায়েই কষ্ট পায় যদি, নালাগে সেইবোৰ লেনদেন।

কিন্তু গেৰেকনিত পৰা মানুহটো হঠাতে চাফা হোৱা বুলি শুনিলে মানুহবোৰেও বিশ্বাস কৰে কেনেকৈ? অফিচত দিগদাৰ পায় বুলি লগ ধৰিব খোজাবোৰে ঘৰলৈকে অহা কৰিলে। হঠাতে গোবিন্দ গোস্বামীয়ে নিজকে পৰিবৰ্তন কৰাৰ বাবে যিসকল সহকৰ্মীৰ অসুবিধা হ'ল, যিসকলৰ সামান্যভাবেও তেওঁ ৰোষত পৰিল, সেই সকলোৱেই মানুহক উপদেশ দিলে, 'গোসাঁয়ে নগদ ল'বলৈ অসুবিধা পায়, মূৰত শুচি বায়ুৰ দোষ আছে, বস্তুকে দিবা, ঘৰলৈ গৈ.....'

গাঁৱৰ পৰা মাটি-বাৰীৰ লেঠা চিঙাৰ বাবে অহা অনেকেই হাতত মাছ-গাখীৰ, চাউল-পাত, ফল-মূলৰ টোপোলা লৈ গোবিন্দ গোস্বামীৰ ঘৰত পুৱা হাজিৰ হোৱাটো এটা সাধাৰণ ঘটনা হৈ পৰিল। গোস্বামীয়েও বাধা দি দি শেষত যেতিয়া দেখিলে মানুহেও এৰা নাই আৰু ঘৰখনেও মৃদু আপত্তি এবাৰ দুবাৰ কৰাৰ বাহিৰে আন অসন্তুষ্টি একো দেখুওৱা নাই তেওঁ ' এঃ, এইবোৰ আকৌ কেলেই?' বুলি কোৱাও বাদ দিলে। নিজকে প্ৰবোধ দি নিজৰ মনতে ক'লে তেওঁ, ' মইতো খুজি লোৱা নাই একো। ...হওক, বজাৰ খৰচ অকণ কমা মানেওতো আমদানি অকণ বঢ়া।'

তেনেকৈয়ে বাঢ়ি গ'ল। লগতে অকণ অকণকৈ পুনৰবাৰ বাঢ়ি গ'ল পত্নী আৰু পুত্ৰ- কন্যাৰ অসন্তুষ্টি। পত্নীয়ে এফালে নিজ পুত্ৰ-কন্যাক বুজালে,'....দেউতাৰ তহঁতৰ পৰ নহয়, পাহৰি নাযাবি!' ,আনফালে তেওঁ গিৰীয়েকক বুজালে,' মাজনী-বাবুৱে কৈছে— পুৱাই পুৱাই আমাৰ ঘৰলৈ টোপোলা লোৱা মানুহৰ সোঁত দেখি সিহঁতৰ লগৰবোৰে হেনো হাঁহে, ফিচিঙা-ফিচিং কৰে, সিহঁত দুয়োটা একা-চেকা, খঙৰ ভমকত কেতিয়া কি কৰি পেলায় —মোৰ ভয় লাগে...আপোনাৰ ভৰিত ধৰিছোঁ, ল'ৰা-ছোৱালীৰ ওচৰত সম্মানটোহে আচল কথা...'

গোস্বামীয়ে হঠাৎ চকু মুকলি হোৱা যেন পালে। তেওঁ তৎক্ষণাৎ টোপোলাৰ আমদানিও শেষ কৰিবৰ বাবে দৃঢ়তাৰে সিদ্ধান্ত ল'লে। কিন্তু তেওঁৰ সেই সিদ্ধান্তৰ সম্পূৰ্ণ ৰূপায়ণ সম্ভৱ হোৱাৰ আগতেই ঘটনাটো ঘটি গ'ল।

অনুসন্ধানৰ বাবে ৰাতিপুৱাই আহি ওলোৱা উপায়ুক্তৰ কাৰ্যালয়ৰ বিষয়াজন ভদ্ৰ মানুহ, বয়সো কুমলীয়া। চিধাই ক'লেহি, 'আপোনাৰ নামত অনেক অভিযোগ, আপুনি হেনো ভাৰে-ভেটিয়ে মানুহে ঘৰত দেখা নিদিলে সহজে কাম কৰি নিদিয়ে, পুৱাৰ পৰাই হেনো আপোনাৰ ঘৰত মানুহৰ ভিৰ থাকে। এতিয়া আহি যি দেখিলো কথাবোৰতো একেবাৰে মিছা নহয়! এইকণ সময়তে তিনিজনক দেখিলোঁ, সোঁৱা বাৰাণ্ডাৰ বেঞ্চত বহি আছে, হাতত বিধে-বিধে টোপোলা, মোনা, কলহ— কি এইবোৰ? আপুনি এই বিষয়ে কি কয় গোস্বামী?'

'নহয় ছাৰ, মানে কিনো ক'ম ? কথাবোৰ সঁচা নহয় ছাৰ, মানুহে হিংসা কৰি, মানে মোৰ সহকৰ্মীবো ৰোবত পৰিছোঁ মই, সাজি সাজি অনেক কথা লগায় ছাৰ, তাতে ডি, চি, ছাৰে ভুল বুজিছে, আপুনিও ভুল বুজিব পাৰে ছাৰ, ভুল নুবুজিব......', গোস্বামীয়ে নিজৰ বুকুৰ ধপধপনি নিজৰে কাণত স্পষ্টকৈ শুনা পালে। শংকা, উৎকণ্ঠা, লজ্জা আটাইবোৰৰ হেঁচাত তেওঁ যে কথাখিনি সজাই পৰাই ক'ব পৰা নাই, কৈফিয়ৎ হিচাপে ক'ব খোজা শব্দবোৰ যে বেবেৰিবাং হৈ ওলাইছে তাকো তেওঁ বুজিব পাৰিলে। বিষয়াজনে ক্ষন্তেক ৰৈ কিবা এষাৰ ক'ব খোজোতেই শান্ত হাঁহি এটা মাৰি গোস্বামীৰ পত্নী সোমাই আহিল। ইটো কোঠাৰ পৰাই তেওঁ পৰিস্থিতিটোৰ সঠিক অনুধাৱন কৰি লৈছিল।

'অকমান বহক ছাৰ, মই চাহ কৰিছোঁ, মানে ছাৰ, আপোনাক হঠাতে এইদৰে দেখি এখেতে থতমত খাইছে, থতমত খালে এখেতৰ কথাতো খোতামোজা লাগে', গলাৰ স্বৰ ওপৰলৈ তুলি তেওঁ বাৰাণ্ডাত থকাসকলেও শুনাকৈ বাৰাণ্ডাৰ ফালে আঙুলিয়াই পুনৰ ক'লে, 'মানে ছাৰ, আচল কথাটো হ'ল, এই যে দেখিছে, এইসকল আমাৰ নিজৰে মানুহ। ছাৰ, আমি সত্ৰৰ পৰা উঠি অহা গোসাঁই, এই সকল আমাৰ অনেক কালৰ শিচ-ভকত। গোসাঁই বুলি মানে কাৰণে গোসাঁইৰ ঘৰলৈ মাজে মাজে তেওঁলোক আহে। আহিলে শুদা হাতে নাহি কিবা নহয় কিবা এটা লৈ আহে, একেবাৰে একো নহ'লে কল একাৰি হ'লেও হাতত লৈ আহেই। বাধা দিলে মনত আঘাতহে পায় ছাৰ,পৰম্পৰাৰ কথা...'

বিষয়া বুধিয়ক মানুহ, যাবৰ সময়ত কৈ গ'ল,' বাইদেউ, এখেত গোসাঁইক বুজাই ক'ব, চৰকাৰী চাকৰিয়ালৰ ক্ষেত্ৰত অভিযোগ আহিলে পৰম্পৰা নাখাটিব।'

'ক'ম, পিছে এইবাৰলৈ—'

'এইবাৰলৈ বাৰু মই চম্ভালিম।'

লাজ-অপমান আৰু লগতে ল'ৰা-ছোৱালীহালৰ সম্ভাব্য প্ৰতিক্ৰিয়াৰ বাবে অহা অস্বস্তিৰ হেঁচাত অনুসন্ধানকাৰী বিষয়া ওলাই যোৱাৰ প্ৰায় লগে লগেই গোস্বামী অফিচলৈ বুলি সোনকালেই ওলাই গুচি গ'ল। অফিচত গোটেই দিনটো তেওঁৰ জ্বলা-কলা লাগি থাকিল। বিতৃষ্ণা লগা অতীতটোৰ বা লাগিব নোবাৰাকৈ আঁৰ-বেৰ দি ৰখা তেওঁৰ বৰ্তমানটোক সেই অতীতটোৰেই ঢোকা দিবলগীয়া হোৱা দেখি তেওঁৰ অন্তৰ দহি গ'ল। কিন্তু সেই দহনত ছাঁই হোৱা তেওঁৰ স্বাভিমানৰ পৰাই তেওঁ লাহে লাহে বুটলি ল'লে এক নতুন অনুভৱ। খহনীয়াত মাটিৰ ওপৰৰ ঘাঁহ-বন পানীত জাহ যোৱাদি তেওঁৰ অতীত কালৰ বুকুত চিনিব নোৱাৰাকৈ জাহ গ'ল সঁচা, কিন্তু তেওঁৰ জীৱন থাকে মানে অতীতৰ লগত তেওঁৰ যোগসূত্ৰ অটুট থাকিব। যেনেকৈ তেওঁ ইচ্ছা কৰকেই বা নকৰক, তেওঁৰ

জীৱনটোৱেই দেউতাকৰ লগত তেওঁৰ যোগসূত্ৰ, সেইদৰে সন্তানে বিচাৰকেই বা নিবিচাৰক, সিহঁতৰ জীৱন থাকে মানে তেওঁৰ লগত সিহঁতৰ যোগসূত্ৰ সিহঁতে অস্বীকাৰ কৰিব নোৱাৰিব।

গোবিন্দ গোস্বামীয়ে সকাহ পালে। আনদিনাতকৈ কিছু সোনকালেই তেওঁ ঘৰলৈ ঘূৰি আহিবলৈ ওলাল। ঘৰলৈ আহি থাকোতেই তেওঁৰ ভিতৰখনলৈ একধৰণৰ প্ৰশান্তি নামি অহা তেওঁ ধৰিব পাৰিলে। ভিতৰৰ প্ৰশান্তিময় কোনোবা এটা কোণৰ পৰা ভৱিষ্যতৰ প্ৰতিভূ হিচাপে ল'ৰা-ছোৱালীহালৰ প্ৰতি আৰু অতীতৰ প্ৰতিভূ হিচাপে দেউতাকৰ প্ৰতি নতুনকৈ একধৰণৰ মৰম ওপজাৰো তেওঁ উমান পালে। ❑❑

**['এই সপ্তাহ' পত্ৰিকাত এপ্ৰিল, ২০০৬ ত প্ৰকাশিত]**

# বিপাকত বৰুৱা

কেইদিনমান হ'ল, নিত্যানন্দ বৰুৱা উদ্বেগ-উৎকণ্ঠাৰ চিকাৰ হৈছে। অলপ অসহায় বোধ কৰিছে তেওঁ। অসহায় বোধ কৰিলেই স্বৰ্গীয়া মাকৰ ৰূপটো মনলৈ আহে তেওঁৰ। কিবা এক অনিশ্চয়তা আৰু আশংকাৰেই জীৱনটো পাৰ কৰা এগৰাকী বিধবা। সম্পত্তিশালী স্বামীৰ অকাল মৃত্যুৱে সম্পত্তিহীনা কৰিব নোৱাৰে বুলি নিশ্চিত হৈয়ো স্বামীৰ অকাল মৃত্যুৰ আঘাত চম্ভালি থাকোঁতেই চাগে মাকজনীৰ ওৰেটো জীৱনৰ লগ হ'ল এক অহেতুক অসহায়তা।

নিজৰ ওপৰতে বিৰক্ত হৈ বৰুৱাই এইকেইদিন নিজৰ বুকুৰ ভিতৰখনলৈও জুমি চাইছে, ভিতৰখনৰপৰা কোনোবা বিজ্ঞ বন্ধুৱে যেন তেওঁক বুজাই কৈছে— 'নিত্যানন্দ, পৰিস্থিতি এটাৰ মোকাবিলা কৰাৰ ক্ষেত্ৰত তোমাৰ যি স্বভাবজাত সংকোচ, তাৰ লগত মাৰাৰ ওৰেটো জীৱনৰ অনিশ্চয়তাৰ অনুভৱটোৰ ক'ৰবাত কিবা এটা মিল আছে। ইমান সুপ্ৰতিষ্ঠিত হৈয়ো এয়া তুমি ভবিষ্যতক লৈ দুশ্চিন্তাৰ ওচৰত হাৰ মানিছা!'— 'এৰা ভাই, জীৱনত ঠিক কিটো বিচাৰিছোঁ এটা বাক্যত নিৰ্ভুলভাৱে কৈ দিব পৰা হ'লে কথা-কাণ্ডবোৰৰ ক্ষেত্ৰত অধিক নিশ্চিত হ'ব পাৰিলোহেঁতেন। এই নিশ্চিতিৰ অভাৱে আত্মবিশ্বাস খহাই দিয়ে। কষ্ট দিয়েহে ই!'

বিজ্ঞ বন্ধুৱে প্ৰসংগৰ জেৰ টানি যেন কৈ গ'ল —'মোটামুটিভাৱে ভাল চাকৰি, পৈতৃক সম্পত্তিও পাইছা, দুয়োটাৰে জোৰত জীৱনত প্ৰতিষ্ঠাও হৈছে তোমাৰ, শিক্ষয়িত্ৰীৰ চাকৰি কৰা এগৰাকী মৰমিয়াল পত্নী আছে, কলেজত পঢ়ি থকা এহাল চৰিত্ৰবান ল'ৰা-ছোৱালী আছে, বাচ, আৰুনো লাগে কি তোমাক?'

'নালাগে, থকাখিনিক ৰখাৰ চিন্তাতহে মৰিছোঁ! আচলতে কি জানা, বয়সে দৌৰি গৈ থাকোঁতে আত্মপ্ৰতিষ্ঠাৰ চিন্তাবোৰ অলপ অলপকৈ মনৰপৰা উলিয়াই তাৰ ঠাইত পূৰঠ হৈ অহা ঘৰ-সংসাৰ, ল'ৰা-ছোৱালীৰ ভৱিষ্যত, চুটি হৈ অহা চাকৰিকাল আদিৰ চিন্তাবোৰ সুমুৱাই বুঢ়াকাল বিনিকি বিনিকি দেখা পোৱা অৱস্থা এটাত পেলাইছেহিতো!'

'কিন্তু তোমাৰতো পৰিপক্কতা আৰু বাস্তৱ বুদ্ধিৰ অভাৱ ঘটা নাই?'

'নাই ঘটা, কিন্তু কি জানা, এতিয়া নিতৌ অনেক সৰু সৰু কথাই অকণ অকণ অস্থিৰতা আনিব পৰাকৈ মোৰ মনৰ ওপৰত আসন পাৰি বহিব পৰা হৈছে।'

বিজু বন্ধুৰ মৌনতাত নিজৰ ভিতৰৰপৰা দৃষ্টি বাহিৰলৈ আনি ৰুবাই দেখিলে — সহজ আৰু স্বাভাৱিক হ'বলৈ তেওঁ আপ্ৰাণ চেষ্টা কৰি আছে, কিন্তু আজি কেইদিনমান ধৰি অখ্যাত এক জ্যোতিষীৰ অস্পষ্ট এক ভৱিষ্যতবাণীয়ে উৎকণ্ঠা আৰু অস্থিৰতাৰে তেওঁক অষ্টপ্ৰহৰ খুঁচি-বিন্ধি আছে।

ভৱিষ্যৎদ্ৰষ্টা কোনোবাই পৰিয়ালটোক লৈ কৰা মন্তব্য এটা আত্মম্ভৰিতাৰে টিলিকিতে উৰাই দিয়া ধৰণৰ তিৰোতা ৰুবানী নহয়, কিন্তু নিজৰ মানুহটো আজি কেইবাদিনো ধৰি মানসিকভাৱে জুৰুলা হোৱা অৱস্থাটো লক্ষ্য কৰি এটা সময়ত অতিষ্ঠ হৈ তেৱোঁ ভেকাহি মাৰিলে —'এস্, থোৱাহে, ক'ৰ কোনোবা এটাই এষাৰ কৈ দিলে — 'বিপদ হ'ব পাৰে', তাকে লৈ অনবৰত গুলুক-গাপাক চিন্তা-ভাবনা, হা-হুতাশ কৰি কৰি এতিয়া দেখিছোঁ বেমাৰত পৰি নিজেই বিপদ মাতি আনিবা। কি দৰকাৰ আছিল অজানা জ্যোতিষীক কোষ্ঠীখন নি দেখুওৱাৰ?'

ঘৈণীয়েকৰ বাক্যবাণত ঘাইল হৈ ৰুবায়ো ভাবিলে - এৰাতো, কিনো দৰকাৰ আছিল? তেওঁ লাহে লাহে পুনৰবাৰ মনত পেলালে সমস্ত ঘটনাক্ৰম। অফিচৰে সহকৰ্মী কাকতীৰ ঘৰ ওচৰতে। কেতিয়াবা খোজকাঢ়িয়েই অহা-যোৱা কৰে ৰুবাই। অফিচৰে প্ৰসংগ এটাত কাকতীৰ ঘৰলৈ গৈছিল। তাতেই পালে জ্যোতিষীক। প্ৰশান্তিময় মুখভংগীৰে হাস্যবদন এক জ্যোতিষী। গুপুতে কাকতীয়ে ক'লে —'বুইছে ৰুবাচাহাব, শিক্ষিত মানুহ, বৃত্তিগতভাৱে জ্যোতিষী নহয়, চবৰে নাচায়...সাংঘাতিক মিলেহে।' পিছদিনা আকৌ আহিব বুলি শুনি সময় মিলাই পিছদিনা একো নভবাকৈয়ে কোষ্ঠীখন লৈ গৈছিল। জ্যোতিষীয়ে কোষ্ঠীচক্ৰ আৰু গণনাৰ কাগজ খিলাৰপৰা তেওঁৰ মুখলৈ নিজৰ চাৱনিটো দুবাৰমান উঠোৱা-নমোৱা কৰি গহীন হৈ 'ওঁ' বুলি নাকীদীৰ্ঘ স্বৰ এটা বাহিৰ কৰিলে আৰু এটা এটাকৈ ক'লে — 'কিছুদিন সাৱধানে থাকিব, আপোনাৰ ঘৰত বিপদৰ সম্ভাৱনা আছে।' কত সুধিলে তেওঁ, নাই — একো বহলাই নকয়। গ্ৰহৰত্ন বা আন প্ৰতিকাৰৰ বিধানো একো নিদিয়ে।

'প্ৰতিকাৰৰ উপায়েই যদি নিদিয়ে,তেন্তে বিপদৰ কথা আগতে জানিয়েই বা কি লাভ?', প্ৰশ্নটো কৰোঁতে ৰুবাৰ মাতৰ বিৰক্তি ধৰিব পাৰি জ্যোতিষীয়ে মিচিকিয়াই ক'লে —'গাড়ীৰে গৈ থাকিলে আগত স্পীডব্ৰেকাৰ এটা আছে বুলি জাননী এটা পালে কি হয়? গাড়ীৰ গতি কমাই দিয়াৰ বাবে থেকেচনিটো কম নহয় জানো? থেকেচনি এটা হ'বই, কিন্তু গম নোপোৱাকৈ গ'লে যিমান হ'ব, তাতকৈ বহুত কম হ'ব, ঠিক তেনেকুৱাই কথাটো। জীৱনটোওতো এক বিৰামহীন গমনহে, নহয় জানো?' জ্যোতিষীৰ কথা কোৱাৰ ধৰণ আৰু যুক্তিয়ে ৰুবাক প্ৰভাৱিত কৰিলে। আহি থকা বিপদটো সম্পৰ্কে যেন তেওঁৰ মুহূৰ্ততে প্ৰত্যয় জন্মিল। আৰু তাৰ পিছত? তাৰ পিছত হাঁহি-মাতি জ্যোতিষী গুচি গ'ল আৰু ৰুবা ঘৰলৈ আহি চিন্তাৰ অথাই সাগৰত পৰি কক্বকাবলৈ লাগিল। কি

বিপদ হ'ব পাৰে? জ্যোতিষীয়ে ক'লেই জানো মিলিব? অমুকৰ কথাওতো অমুক জ্যোতিষীয়ে সেইবাৰ কৈছিল — ক'তা? কিন্তু অমুকৰ সময়ত কোৱা সেইখিনি - সেইখিনিতো পূৰা মিলিল ...! অথাই সাগৰত দুৰ্ভাৱনাৰ ঢৌৰ উথান-পতন গণি গণি তেওঁ পত্নীৰ সুৰতে সুৰ মিলাই বাৰম্বাৰ নিজকে ক'ব খুজিলে — "এৰা, কিনো দৰকাৰ আছিল?'

কিন্তু বৰুৱাই গম পালে এই প্ৰশ্ন তেওঁৰ অন্তৰৰ ভিতৰৰ পৰা ওলাই অহা প্ৰশ্ন নহয়। পত্নীৰ ভেকাহিটোৰ বিপৰীতে মনৰ বাহিৰৰ তৰপটো ফালি ভিতৰৰ একেবাৰে সাহটোৰপৰা তেওঁৰ যিটো প্ৰতিক্ৰিয়া ওলাল, সেইটো হ'ল — মোৰ বেমাৰ হিচাপে বিপদটো আহিলেতো ভালেই, কিন্তু মোৰ ঘৰত বিপদ মানেতো কেৱল মোৰ নহয়, মোৰ লগততো এই পৃথিৱীৰ আন তিনিটা প্ৰাণী ওতঃপ্ৰোতভাৱে জড়িত। পুত্ৰ সুমন, কন্যা সুজাতা আৰু পত্নী বনী। বনী বুলি ভাবিয়েই লগে লগে শুদ্ধ কৰি ল'লে, মানে শ্ৰাৱণী। অনেক দিনৰ মূৰত শ্ৰাৱণী নামটো আওৰাব লগা হোৱাত শব্দটোৱে এসময়ত তেওঁৰ মনত কেনে আৱেগৰ হিল্লোল তুলিছিল মনটোৱে তাৰ মাজতে সেইকথা সাউৎকৈ এবাৰ উভতি চাব খুজিছিল, 'হেঃ, সেইবোৰ আৰু এতিয়া' বুলি তেওঁ মনটোৰ ওপৰত তাৎক্ষণিক হেঁচা প্ৰয়োগ কৰি থ'লে। পিছ মুহূৰ্ততে তেওঁৰ মনত আৰু এটা নাম যোগ হ'ল — মাকনী। এৰা তায়ো, বনকৰা ছোৱালী হ'লেও তায়োতো এতিয়া মোৰ পৰিয়ালটোৰ লগত অংগাংগীভাৱে জড়িত, বৰুৱাই ভাবিলে, তাইৰ কিবা এটা লেঠা লাগিলেও সেইটোওতো মোৰেই বিপদৰ তালিকাত সোমাব!

লেঠা শব্দটো মনলৈ অহাৰ লগে লগে কেতিয়াও সন্দেহ নকৰা, চকুৰ আগতে ডাঙৰ হোৱা পুত্ৰীসম ছোৱালীজনীক লৈ তেওঁৰ মনটোৱে পোনছাটেই সন্দেহৰ আলিত খোজ পেলালে। তেওঁ নিজে যায় অফিচলৈ, পুত্ৰ-কন্যা যায় কলেজলৈ, পত্নী যায় স্কুললৈ, ওচৰতে স্কুল হ'লেও, মাজে মাজে দুপৰীয়া এবাৰ আহি গ'লেও, ধৰা-বন্ধাতো একো নাই, কিমান মানুহে সুযোগ ল'ব পাৰে। অকলশৰীয়াকৈ সোমাই থকা গাভৰু ছোৱালী, পিছল নাখাব বুলিয়েইবা কয় কেনেকৈ? নিজৰ এসময়ৰ সহকৰ্মী এজনৰ ঘৰত দেখোন পুত্ৰয়েই বনকৰা ছোৱালীৰ লগত কেলেংকাৰী কৰি নাক-কাণ কটালে। ই সুমন সেইধৰণৰ নহয় দেখিছে! কিন্তু কোনে জানে, হায়াৰ ছেকেণ্ডেৰীত পঢ়ি থকা ভয়ংকৰ এটা বয়স, দেশ-কাল, পৰিস্থিতি-পৰিৱেশ এইবোৰৰ হেঁচাও এটা আছে, কেতিয়া কি কৰি পেলায় কোনে জানে? আৰু তাইৰ চেহেৰাটোওতো — ভাবটো অহাৰ লগে লগে পলকতে তেওঁ ইফালে-সিফালে এবাৰ চাই ল'লে, মাজে মাজেতো তেওঁৰ দস্তুৰমত ধাৰণা হয়, তাইৰ বুকুখন বয়স অনুযায়ী বেছি ফিন্দখাই উঠিছে। এৰা, তাইৰ পৰাওতো বিপদ নাহিব বুলি ক'ব নোৱাৰি। জ্যোতিষীয়ে কোৱা বিপদৰ গুৰিতে তায়োতো হ'ব পাৰে। কেনেবাকৈ যদি তাই কিবা লেঠা-পিঠাত পৰে আৰু জগৰীয়া যদি সুমন হয়?

...বৰুৱাই দুয়োফালে কাণদুখনৰ পৰা মূৰৰ ওপৰভাগলৈকে কিহবাৰ গৰম সোঁত দুটা উজাই যোৱা যেন পালে। লৰালৰিকৈ ভিতৰ সোমাই পিয়াহ নলগা সত্ত্বেও কোট কোটকৈ এগিলাচ পানী খাই ল'লে তেওঁ। ভিতৰখনত লাহে লাহে চকু ফুৰালে তেওঁ। সুমন-সুজাতা দুয়ো নিজৰ নিজৰ কোঠাৰ পঢ়া টেবুলত, মাকনী পাকঘৰত গৃহস্থনীৰ লগত। ঠিকেই আছে, তেওঁৰ ল'ৰা ঠিকেই আছে। গধূলি হোৱা বেছি দেৰি হোৱাই নাই, সি সেয়া এতিয়াই পঢ়া টেবুলত নিবিষ্টমনে কিতাপত মূৰ গুজি আছে।

কিন্তু কিতাপত মূৰ গুজি সি পঢ়াৰ চিন্তাত নে আন চিন্তাত? — বৰুৱাৰ আউল লাগিল। আজি কিছুদিন ধৰি বৰুৱাৰ চকুত পৰিছে সি যেন ঘৰৰ পৰা ওলোৱা কমাই দিছে, কথা-বতৰাও কম কয়। পৰীক্ষালৈতো এতিয়াও প্ৰায় ছমাহ আছে। এই বয়সত ইমানকৈ ঘৰত সোমাই থাকি কি ৰস পায় সি? তেন্তে কি মাকনীক লৈ তেওঁ ভবাটোৱেই ...! 'হেঃ' বুলি হঠাৎ মূৰটো জোকাৰি তেওঁ মাকনী নামটো মূৰটোৰ পৰা আজৰাই পেলাব খুজিলে। মাকনী নামটো ওলাই গ'ল, কিন্তু তাৰ ঠাইত এইবাৰ আন কিছুমান অদ্ভুত নাম সোমাই আহিল - ফেন্সিডিল কফ ছিৰাপ, ডেনড্ৰাইট, ইৰেজ-এক্স ফ্লুইড.. শেষত ব্ৰাউন ছুগাৰ। কেইবাজনো জনা-শুনা ভাল মানুহৰ ল'ৰাও বোলে চিকাৰ হৈছে। প্ৰথমে ফেন্সিডিলজাতীয় কফ ছিৰাপ এসোপা খাই দি ৰাগী লগায়, তাৰ পিছত ডেনড্ৰাইট নামৰ আঠাজাতীয় দ্ৰব্যবিধ আৰু ইৰেজ-এক্স নামৰ আখৰ মচা দ্ৰব্যবিধ ৰুমালত লৈ শুঙে, ৰুমাল মুখত সুমুৱাই নাক বন্ধ কৰি গভীৰভাবে সেৱন কৰে আৰু এইদৰে লাহে লাহে আগবাঢ়ি গৈ শেষত সম্পূৰ্ণৰূপে ড্ৰাগছৰ কবলত সোমাই পৰে। মাক-বাপেকে বহু দেৰিকৈ চক খাই আৱিষ্কাৰ কৰে বংশধৰ স্কুলৰ ওপৰ শ্ৰেণীতে ড্ৰাগছৰ কবলত পৰিছে। সংগদোষ বুলি নিজকে বুজনি দিও মাক-বাপেকহালে বিশ্বাস কৰিব নোৱাৰা হয় - আমাৰ ই এইবোৰ কৰিবনে? শেষত বিধ্বস্ত মাক-বাপেকহালে চকুপানী টুকি ৰিহেবিলিটেশ্বন চেণ্টাৰত থিয় হয়গৈ। ই সুমনো যদি - মানে সম্ভাব্য বিপদটো যদি এই ৰূপতে আহে? আচৰিত হ'বলগীয়া একো নাই। যুগটোৱেই কেনেকুৱা? টিভিৰ ৰিম'ট কণ্ট্ৰ'ল আৰু কম্পিউটাৰৰ মাউছ, এই দুটাৰ জৰিয়তেই যেন ল'ৰা-ছোৱালীয়ে গুৰু-গোসাঁই নামানি সকলোকে মহতিয়াই নিব। কেৱল টিভিৰ বজৰুৱা অনুষ্ঠান আৰু তৃতীয় শ্ৰেণীৰ হিন্দী চিনেমাৰ অহৰহ বিষবাষ্পই কাক চুই নাযাব? সিদিনা অফিচৰ আড্ডাত বৰুৱাৰ ডেকা সহকৰ্মী এজনে কৈছে, তেওঁৰ পাঁচবছৰীয়া কণমানিটোৱে হেনো ৰুনকুৰা ছোৱালীজনীক খেদি খেদি কোৱা শুনিলে মাকেও হাঁহি সামৰিব নোৱাৰে — তুঝে চুন চুন কে মাৰুংগা...। লগৰ এজনে তাতে যিথিনি যোগ দিলে সেয়াতো আৰু সাংঘাতিক। তেওঁৰ ঘৰত নিজৰ দহ বছৰীয়াটোৰ লগত আন কেইটামানৰ গভীৰ আলোচনা তেওঁ শুনিছে— কিবা চিনেমাৰ কাহিনী। এটাই দলটোক কৈছে, '...তাৰ পিছত জান কি ফাটা-ফাটি কাৰবাৰ? দাদাকেতো বন্দুক লৈ তাক তামাম খেদা...' 'কিয়?' বুলি ভালকৈ বুজি

নোপোৱা এটাই সুধিবলৈহে পালে, কণমানি এজনীয়ে তৎক্ষণাৎ স্পষ্ট কৰি দিলে 'হাবে, সি যে তাৰ ভনীয়েকৰ ইজ্জত লুটিছে।'

ক'লৈ যাবা? ক'ত পলাবা নিত্যানন্দ? বৰুৱাই ভিতৰখনত বিজ্ঞ বন্ধুৰ কণ্ঠ ধ্বনিত হোৱা যেন পালে, —বিপদ আহিবই। এটা দীঘনিশ্বাস এৰি তেওঁ পুনৰ ভাবিলে — ড্ৰাগছ বাৰু নহ'লেই, আন হাজাৰটা অচিন বিপদেওতো সুমনক ঘেৰি ধৰিব পাৰে। কিয়, পুলিচেওতো তাক বিনা কাৰণতে উঠাই লৈ যাব পাৰে। কিমান নিৰপৰাধী ল'ৰাৰ পুলিচ-মিলিটেৰীয়ে ভুল খবৰ পাই উগ্ৰপন্থী বিচৰাৰ নামত উঠাই লৈ যোৱাৰ পিছত শুংসূত্ৰ নোহোৱা হৈছে। ...

বৰুৱাই এটাৰ পিছত এটাকৈ সুমনক লৈ হ'ব পৰা সম্ভাব্য বিপদবোৰৰ তালিকা মনৰ মাজত দীঘল কৰি নিলে। হওঁতে আন কোনো কোনো পিতৃৰ মুখত শুনাৰ দৰে সুমনে এতিয়ালৈকে বাইক লাগে বুলি মুখ ওকোন্দোৱা নাই, কিন্তু লগৰ ল'ৰাৰ বাইক ইতিমধ্যেই সিয়ো যে চলাইছে সেই খবৰটো জীয়েকৰ পৰা মাক হৈ তেওঁৰ কাণত নপৰাকৈ থকা নাই। মাকক তেওঁ 'খবৰদাৰ, সেইবোৰ প্ৰশ্ৰয় নিদিবা' বুলি সতৰ্ক কৰি দিলেও কোনে জানে, লগৰ ল'ৰাৰ বাইক চলায়েই যদি কোনোবা নিৰীহ পথচাৰীক খুন্দিয়াই মাৰি পেলায়? দুৰ্ঘটনাত নিজে মুমূৰ্ষু অৱস্থাত হাস্পতালত পৰি থাকিবওতো পাৰে। লগৰ ল'ৰাৰ লগত মাৰপিট কৰিও সি মৃতপ্ৰায় হ'ব পাৰে, মৃতপ্ৰায় কি - মৰিয়েই যাব পাৰে। সেয়া দেখোন সিদিনা স্কুল এখনৰ ওপৰ শ্ৰেণীতে এটাই কেৰেটে মাৰি দিওঁতে লগৰ এটা মৰিয়েই থাকিল ... আৰু নোভাবিলে বৰুৱাই। সম্ভাব্য বিপদৰ তালিকা মনতে সামৰি তেওঁ চকুহাল মুদি দিলে। দীঘল হুমুনিয়াহ এটাৰ লগতে তেওঁৰ কেৱল এক নিঃশব্দ আকুতি ওলাই আহিল — হে প্ৰভু!

কিন্তু দুদিন পিছতেই হঠাৎ এবাৰ সুমনৰ বৰুক হিচাপে তাৰ বায়েকৰ কথা বৰুৱাৰ ছাৎকৈ মনত পৰিল। তেওঁৰ অস্থিৰতা কিছু শাম কাটিল — নাই, তাই আছে নহয়। বিপদ এটাই লগ লোৱাৰ আগতে তাৰ উভনুৱা চৰিত্ৰৰ আৰম্ভণি বায়েকজনীৰ চকুৰপৰা সাৰি যাবনে? ভায়েকটোৰ লগ-সংগ, চাল-চলন একেখন কলেজতে থকা বায়েকজনীৰ নজৰত অকণমান হ'লেওতো পৰিবই!

খন্তেক সময় মাত্ৰ, তাৰ পিছতেই — কিন্তু নজৰত পৰিবলৈ বায়েকজনীৰ সময় ওলালেহে! আপদীয়া চিন্তাই বৰুৱাৰ মনটোত জীয়েক সম্বলিত নানান অশুভ কথাৰ মেৰ-পেঁচ আৰম্ভ কৰিলে। জীয়েকৰ আচাৰ-আচৰণ আজিকালি তেওঁৰ বহুতো ক্ষেত্ৰত অচিনাকি যেন লাগে। মাকৰ নলগাতো ডাঙৰ কথা নহয়, মাক আৰু জীয়েকতো আজিকালি নলেগলে লগা। 'ঘৰ ঘৰ কি কাহানি'ৰ পৰা আৰম্ভ কৰি তৃতীয় শ্ৰেণীৰ হিন্দী চিনেমালৈকে, উৎসাহপূৰ্ণ আলোচনাৰ বাবে বিষয়ৰ অভাৱ নাই দুয়োৰে। কৰক, আলোচনা কৰক, উপভোগ কৰক। ৰুচি অনুযায়ী উপভোগ কৰিবলৈ দিয়াৰ উদাৰতা

বৰুৱাৰ আছে। কিন্তু ৰুচিবোধ গঢ়াৰো যদি অকণমান ইচ্ছা থাকিলহেঁতেন! এসময়ত কলেজীয়া জীৱনত মৰ্ণিং শ্ব'ত ইংৰাজী চিনেমা বাদ নিদিয়া বৰুৱাৰ মাক-জীয়েকৰ দৌৰাত্ম্যত টিভিত ভাল ইংৰাজী চিনেমা এখন চোৱাৰো উপায় নাই আজিকালি। তথাপি কোনো কথা নাই, তেওঁৰ প্ৰিয় অভিনেতা মাৰ্লোন ব্ৰেণ্ডোৰ মৃত্যুৱে সাৰ-সুৰ তুলিব নোৱাৰা মাক-জীয়েকক ঐশ্বৰ্য ৰায়ক লৈ হোৱা চলমান আৰু বিবেকৰ কাজিয়াই আলোড়িত কৰি তোলাটোতো তেওঁৰ আপত্তি নাই, তোলক — নিজৰ ভাগেই আলোড়িত হওক তাহাঁত। কিন্তু জীয়েকক শাসনৰ সুৰত কিবা এটা ক'লেই যে মাকে আজিকালি মুখতে ধৰে, সেইটোহে মৰণৰ ফান্দ! অলপতে ম'বাইল ফোন এটা লাগে বুলি তাই অধৈৰ্য হওঁতে তেওঁ টানকৈ এষাৰ কৈছিল — বোলে বি, এ, টো আগতে পাছ কৰি লচোন, এম,এ, ত নাম লগোৱাৰ দিনাই দিম, কিন্তু মাকে লগে লগে ধৰিলে — 'লগৰবোৰৰ চবৰে হাতে হাতে, তাই লাজ নাপায় নেকি? তাৰ উপৰি ক'ত আছে, কেতিয়া আহিব, কিবা অসুবিধাত পৰিছে নেকি এইবোৰ খবৰৰ কাৰণেও তাইৰ হাতত ফোন এটা থাকিলে ভালহে।'

বৰুৱাই নিষ্ফল ক্ষোভ এটাৰ আঁত ধৰি ভাবে — এতিয়া ম'বাইলত সঘনাই কাৰ লগত কথা পাতে, কাৰ পৰা মেছেজবোৰ আহি থাকে এইবোৰ খবৰতো মাকে ৰখা নাই। নিজৰ ম'বাইলটো কম ব্যৱহাৰ কৰে যদিও ম'বাইলৰ কেৰামতালিৰ বিষয়ে তেওঁ যিবোৰ জানে, মাকেতো সেইবোৰৰ একো ভু নাপায়। সিদিনাতো তেওঁৰ চকুত পৰিছেই, বাথৰূমত সোমাওঁতেও তাই ম'বাইলটো লৈ সোমাইছে। বাথৰূমত ম'বাইলৰ কি কাম?

জীয়েকৰ কথা-কাণ্ডবোৰ যিমানে ফঁহিয়াই চালে, সিমানে বৰুৱা নিশ্চিত হ'ল যে অধঃপতনৰ অনেক আকৰ্ষণীয় আহ্বানৰ ফান্দত ভৰি দিয়াৰ পিছত জীয়েকৰ বৰ্তমান বিপদ আসন্ন। আসন্ন মানে, একপ্ৰকাৰ অনিবাৰ্য। কেৱল বিপদৰ মাত্ৰা কিমানলৈ উঠে সেইটোহে ভাবিবলগীয়া। কোনোবা ভাল মানুহৰ ভাল ল'ৰা এটাৰ লগতেই যে লেটি-পেটিখন হ'ব তাৰতো কোনো নিশ্চয়তা নাই। জাত-পাত বাৰু বাদেই দিব তেওঁ। কিন্তু যদি কোনোবা দুষ্ট বংশৰ নষ্ট চৰিত্ৰৰ পাল্লাত পৰে? যদি তেওঁলোকৰ বাধা নামানি তাই পলাই গুচি যায়? তাৰ পিছত যে সেই নষ্ট চৰিত্ৰই তাইক কেঁচা তিয়ঁহ চোবোৱাদি চোবাব! জীয়েক কোনোবা দগাবাজ এটাৰ লগত যৌন কাৰ্যত লিপ্ত থকাৰ ধূসৰ দৃশ্য এটা মুহূৰ্তৰ ভিতৰতে বৰুৱাৰ মনৰ মাজেৰে বিজুলী সঞ্চাৰে পাৰ হৈ গ'ল। সেই মুহূৰ্তটোতেই তেওঁ নিজৰ বুকুৰ ভিতৰখন কোনোবাই ছুৰী-কটাৰী এখনেৰে চুৰুকি দিয়া যেন পালে। ভাবটোক লগে লগে গতা মাৰি উলিয়াই দিলে যদিও তেওঁৰ মনত বৈ গ'ল —যদি কোলাত কেঁচুৱা এটাৰে অস্থিচৰ্মসাৰ দেহা এটা লৈ এবছৰ পিছত জীয়েকে এদিন তেওঁৰ আগফালৰ বাৰাণ্ডাত থিয় হৈ চকুপানী মচি মচি কয় — হাৰামজাদাটোৱে তাইক লঠিয়াই আঁতৰি গৈছে?

দীঘল উশাহ এটা লোৱাৰ লগে লগে পিছপাকতে ৰুকুবাৰ পুনৰ মনলৈ আহিল — আৰু ছোৱালী মানুহৰ বিপদ কিবা এটাইনে? কোনোবা গুণ্ডা প্ৰেমাস্পদক প্ৰত্যাখান কৰাৰ বাবে যদি সি তাইৰ ওপৰত প্ৰতিশোধ লয়? যদি মুখত এচিড মাৰি দিয়ে? যদি গধূলি বাটেদি আহি থাকোতেই সি মুখত সোপা দি গাড়ীত উঠাই লৈ গৈ দলগতভাৱে তাইক বলাৎকাৰ কৰে? তাইৰতো যি হ'ব হ'বই, লগতে কেইদিনলৈ 'শুভাকাংক্ষী'বোৰে খবৰ লোৱাৰ নামত গোটেই পৰিয়ালটোকে যে মাগুৰ মাছ কচাদি কচি থাকিব! অফিচতো 'শুভাকাংক্ষী পৰামৰ্শদাতা'ৰ উৎপাতত সেই হৃদয় বিদাৰক কাহিনীটো বাৰম্বাৰ আলোচনা কৰাৰ পৰা তেওঁ ৰেহাই নাপাব। কেইদিনৰ আগতে চোৱা বঙালী চিনেমা এখনলৈ মনত পৰি গ'ল তেওঁৰ। মাক নোহোৱা জীয়েকজনী বলাৎকাৰৰ চিকাৰ হোৱাৰ পিছত বাপেকটোৱে আইনৰ সাহায্য ল'ব খোজাত ঘটনাটো ৰাষ্ট্ৰ হ'ল। ছোৱালীজনী কেনে আছে তাৰ খবৰ লোৱাৰ নামত অফিচত 'শুভাকাংক্ষী'ৰ এনে উৎপাত আৰম্ভ হ'ল যে শেষত অফিচৰ টেবুলৰ ওপৰত দুৰ্ভগীয়া শোকাচ্ছন্ন বাপেকটোৱে প্লেকাৰ্ড এখন লিখি থ'বলৈ বাধ্য হ'ল— 'মোৰ ধৰ্ষিতা জীয়ৰী ভালে আছে।' তেওঁৰো যদি... ৰুকুবাৰ পুনৰবাৰ নিজকে বৰ অসহায় যেন অনুভৱ হ'ল। বিজু ৰন্ধুক এইবাৰ তেওঁ বেছি প্ৰশ্ৰয় নিদিলে, বিজুৰ কথা অনবৰতে গ্ৰাহ্য কৰিব নোৱাৰি। তেওঁ ভাগৰুৱা দেহাৰেই গধূলিও এবাৰকৈ গোসাঁই ঘৰটোত সোমোৱা কৰিলে।

ৰুকুবানী দেখদেখকৈয়ে বিৰক্ত হ'ল, কিছু বিবুধিতো পৰিল। গিৰীয়েকৰ দুশ্চিন্তামূলক আচৰণবোৰ অৱজ্ঞা কৰাই শ্ৰেয়ঃ বুলি তেওঁ মনে মনে থাকিল হয়, কিন্তু সেইটোৱেও লেঠা লগালে। ৰুকুবানীৰ অৱজ্ঞাৰ বাবে ৰুকুবাৰ দুশ্চিন্তাৰ দুৰ্বিপাকত এইবাৰ তেওঁৰ পত্নী কেন্দ্ৰবিন্দু হৈ ৰহিল। আগেয়ে বাহিৰৰ বাৰাণ্ডাত লাইট নুমুৱাই আধাঘণ্টাও বহিব নোৱাৰি, আস্ত-ব্যস্ত হৈ মানুহজনীয়ে সুধিবহি - 'কি হৈছে, এইদৰে আন্ধাৰে-মুন্ধাৰে আকাশ-পাতাল ভাবি বহি আছা যে? আহা, ভিতৰলৈ আহা, মই নেমু দিয়া ৰঙা চাহ একাপকে দিওঁ।' এতিয়া ৰাতি খোৱাৰ পৰলৈকে বাহিৰত বহি থাকিলেও মানুহজনীৰ খবৰেই নাই। ওঁ, নাথাকিবই, আমুৱাই গৈছে। যাবই। একেটা মানুহ, একেই পৰিৱেশ, একেখন সংসাৰৰ একেডাল ঘূৰি থকা চকৰি, বছৰৰ পিছত বছৰ, একঘেয়া লাগিবই। ল'ৰা-ছোৱালীও ডাঙৰ হ'ল, সেই ফালেও আজৰি। ইফালে মানুহজনীয়ে দেখিছে — নিজৰ চুলি পকিছে, দেহাও শিথিল হৈ আহিছে, যৌৱনে মেলানি মাগো মাগো, পুৰুষৰ আকৰ্ষণৰ কাৰণবোৰ স্তিমিত হওঁ হওঁ। স্ত্ৰীৰোগ বিশেষজ্ঞ বন্ধু এজনে এবাৰ কোৱা তেওঁৰ মনত পৰিল — 'দুখ লাগে ভাই, মেন'পজৰ চেপ্টাৰটো পঢ়িলে মাইকী মানুহ জাতিটোলৈ দুখ লাগি যায়। এইছোৱা সময়ত তিৰোতাই বৰ দুখলগাকৈ অস্থিৰতাত ভোগে জানা?' তেওঁৰ পত্নীয়েও সেইছোৱা বয়সৰ মাজত সোমাইছে, অস্থিৰতা আহিবই। আমনিদায়ক দৈনন্দিনতাৰ পৰা সাময়িক মুক্তি বিচাৰি অকণমান চাঞ্চল্য, অকণমান

উত্তেজনাৰ আশাত মানুহজনীয়ে নিজ সংসাৰৰ পৰিধিৰ বাহিৰলৈ লুকাই-চুৰকৈ চাবও পাৰে। বৰুৱাই পুৰুষ হিচাপে নিজৰ আকৰ্ষণীয়তা কিমানখিনি অটুট আছে পলকতে এবাৰ মনৰ ভিতৰতে জুখি চালে। একেবাৰে হতাশাব্যঞ্জকতো নহয়। —তেওঁ ভাবিলে। পৌৰুষ? তেওঁৰ যিখিনি আছে, এগৰাকী পত্নীয়ে আশাকৰা পৰিমাপটোৰ তলত বুলি চিধাই দলিয়াই পেলাব পৰাওতো নহয়। তথাপি কোনে জানে? ... দেবাঃ ন জানন্তি। স্থূল হ'লেও তাতো স্বাস্থ্যবান মাষ্টৰ কেইবাজনো আছে। তাৰে কোনোবা এজনৰ লগত সাময়িক সম্পৰ্ক এটাত বৰুৱাইনো কেনেকৈ বাধা দিব? কিন্তু সাময়িক উত্তেজনাৰ আশাত মানুহজনী যদি ফান্দত পৰে? যদি ওলাব নোৱাৰা হয়? যদি সম্পূৰ্ণ মতিভ্ৰম হয়? দৈহিক সম্পৰ্কপৰ্যন্ত যদি হৈ যায়? বৰুৱাই পত্নী পৰপুৰুষৰ লগত দৈহিক সম্ভোগত বিভোৰ হৈ থকা দৃশ্য এটা থাওকতে মনৰ মাজেৰে পাৰ কৰাই দিলে। আঘাত আৰু যন্ত্ৰণাৰ তীব্ৰতা কিছু কম হ'লেও এইবাৰো বুকুৰ ভিতৰখন কটাৰীৰ দৰে ধাৰ থকা কিবা এখনেৰে কোনোবাই চুৰুকি দিয়া যেন পালে তেওঁ। মুদি দিয়া চকুহাল মেলি শান্তচিত্তে তেওঁ ভাবি গ'ল — যদি বাহিৰত বু-বু, বা-বা, আৰম্ভ হয়? যদি পত্নীৰ কেলেংকাৰীবোৰ বাহিৰা মানুহৰ মুখে তেওঁৰ লগতে তেওঁৰ ল'ৰা-ছোৱালীবো কাণত পৰে?

বেমাৰ-আজাৰ আদি আন হাজাৰটা বিপদৰ সম্ভাবনাৰ বিষয়ে সচেতন হৈয়ো কিয় জানো নিজৰ পত্নী পৰপুৰুষৰ লগত মানসিকভাৱে পিছল খোৱাৰ সম্ভাবনাত যেন বৰুৱা বেছিকৈ বিতত হ'ল। বিশ্বাস অটুট নথকাৰ কথা নহয়, তেওঁ ভাবিলে, এয়া প্ৰেক্টিকেল কথা। জ্যোতিষীৰ বিপদৰ তালিকাত ই নিঃসন্দেহে এক নম্বৰ স্থান ল'ব পৰা এটা কথা। কেতিয়াবাতে উপহাৰত পোৱা আৰু কাচিৎ কিবা উপলক্ষ্যত খোলা যাব বুলি আলমাৰিত সুমুৱাই থোৱা বিলাতী ব্ৰেণ্ডীৰ বটলটো বৰুৱাই সপ্তাহৰ কেইবাদিনো খুলিবলৈ ল'লে।

বিপদৰ তালিকাখনত কিছুদিন ধৰি এটাৰ পিছত এটাকৈ ঘটনা বৰুৱাই যোগ দি গ'ল আৰু প্ৰতিটোৰেই আগৰটোতকৈ চাৰ বুলি তেওঁক পতিয়ন নিয়ালে। আলমাৰিত খালি হোৱা বিলাতী ব্ৰেণ্ডীৰ বটলৰ ঠাই নতুন দেশী ব্ৰেণ্ডীৰ বটলে পূৰণ কৰিলে। পত্নীৰ ভৰ্ৎসনাও অথলে গ'ল।

দুইঢোকমান ব্ৰেণ্ডী পেটত পৰাৰ পিছতেই বৰুৱা শান্ত-সমাহিত হৈ পৰে। বিষয়-সম্পত্তি সকলো ক্ষন্তেকীয়া, তবু এইবোৰৰ ক্ষতিৰ সম্ভাবনাই কি আচৰিত ধৰণে মানুহক উদগ্ৰীব কৰি তোলে— তেওঁৰ ভাব হয়। এই ঘৰ-দুৱাৰ, এই আচবাব-পত্ৰ, আনকি সদায় আগফালে বাৰাণ্ডাত বহি থকা এই চকীখন — এই সকলোবোৰ যেন জীৱ থকা একোটা প্ৰাণীহে। সকলোবোৰৰ প্ৰতি মোহত অন্ধ হৈ থকা যায়।

বৰুৱাই তুলনামূলক বিচাৰ কৰি চায় — হঠাতে যদি ভূমিকম্প আহি মোৰ ঘৰটো চূৰ্ণাকৃত কৰি মাটিৰ লগত মিলাই দিয়ে? জুই লাগি যদি ঘৰটো ভস্মীভূত হৈ

যায়? মোৰ কাৰণে সেয়া কিমান ডাঙৰ বিপদ হ'ব? আগৰ বিপদবোৰৰ তুলনাত এই বিপদৰ চোক কম হ'বনে—ওহোঁ, নহয়, সমানেই হ'ব। তেন্তে এনেকুৱা এটা ক্ষতিৰ সম্ভাৱনাও জ্যোতিষীৰ ভৱিষ্যতবাণীয়ে ক'ব নোৱাৰে জানো? পাৰে, পাৰে, ধন-জন, মান-মৰ্যাদা সকলো ৰকমৰ ক্ষতিয়েই বিপদৰ তালিকাত সোমাব পাৰে।

মানসিকভাৱে দুৰ্বল হোৱা বৰুৱাক শাৰীৰিকভাৱেও দুৰ্বল হোৱা বুলি অফিচৰ সহকৰ্মীয়ে প্ৰশ্ন কৰিলে। বৰুৱাই খীণ হাঁহিৰে গা এৰা দিলে। চিন্তাৰ দিশটোত এইবাৰ তেওঁ এটা মোৰ দিব খুজিলে— বিপদৰ কেন্দ্ৰবিন্দু যদি কেৱল তেওঁ হয়? দুৰ্ঘটনা, হাৰ্ট-ষ্ট্ৰোক,ব্ৰেইন-ষ্ট্ৰোক,অন্ধ-খোৰা-পেৰালাইচিচ? প্ৰতিটো শব্দই তেওঁৰ চেতনাত একোটা মৃদু শিহৰণ তুলিলে হয়, কিন্তু তেওঁ লক্ষ্য কৰিলে কথাখিনিয়ে আচৰিত ধৰণে তেওঁৰ অস্থিৰতাক সামান্য প্ৰশমিত কৰিছে।

অজীৰ্ণতাত ভোগাৰ বাবেই গেছে দিগদাৰ কৰিছে বুলি বুজি পাইছে যদিও সেইদিনা ৰাতি খাবৰ পৰত বুকুত গেছে খুন্দা মাৰি ধৰা যেন পোৱাত শান্তচিত্তে বৰুৱাই ভাবিলে, জ্যোতিষীৰ বিপদৰ ঘণ্টা বাজিলেই নেকি? সামান্য স্বস্তি আৰু সকাহৰ অনুভৱত খীণ হাঁহি এটা মুখৰ ভিতৰত সামৰি থওঁতেই তেওঁ চৰ্‌চৰণি খালে। পিছদিনা ভাতৰ পাতত একেটা কথাৰে পুনৰাবৃত্তি হোৱাত আপদীয়া বেমাৰৰ সন্দেহ থকা কিবা এটা তেওঁৰ মুখেৰে ওলাইছিল, ঘৰখনৰ আটাইবোৰে জেকজেকাই উঠিল। কিন্তু তৃতীয় দিনাও ডাইনিং টেবুলত গেছৰ খুন্দা আৰু চৰ্‌চৰণি খোৱাৰ দৰে হোৱা দেখি ঘৰখন চিন্তিত হ'ল। বৰুৱানীয়ে সম্বন্ধীয়া ডাক্তৰ ভতিজাকক ফোন কৰিলে—'গধূলি এবাৰ আহিবাচোন।'

গধূলি ভিতৰত নিম্নস্বৰৰ আলোচনাৰ কিছু অংশ বৰুৱাৰ কাণত পৰিল—'নাই নাই, ভয় খাবলগীয়া একো নাই, তথাপি এবাৰ দেখুৱাই.... ডিঙিৰ ভিতৰৰপৰা ছেম্পল ল'ব... টেষ্ট কেইটামান.... এসপ্তাহতে ৰিজাল্ট পাই যাম....নাই নাই, মিছাতে ভয় নাখাবচোন....'

ৰাতিলৈহে বৰুৱাৰ মগজটো খোল খালে। তেওঁ প্ৰায় নিশ্চিত হ'ল — তেওঁৰ ডিঙিৰ ভিতৰত কেন্সাৰ হৈছে। তেওঁ দেখিলে তেওঁৰ ষষ্ঠ ইন্দ্ৰিয়ই এনে এটা ইংগিত দিয়েই আছিল, তেওঁহে তাক ধৰিব পৰা নাছিল। জ্যোতিষীৰ কথা আৰু এই ইংগিতৰ মিল বুজিব পাৰি তেওঁ যেন একধৰণৰ আশ্বস্ত হ'ল। এক আচৰিত সকাহ পাই মনটোৱে যেন কৈ উঠিল - উস্, অনেক বিপদৰ পৰা উদ্ধাৰ পোৱা যাব।

আগওৰি খৰচি মাৰি চিন্তা কৰি ল'লে তেওঁ। ফাৰ্ষ্ট ষ্টেজত নথকাৰ কোনো কাৰণ নাই আৰু ফাৰ্ষ্ট ষ্টেজৰ কেন্সাৰ সম্পূৰ্ণ ভাল হোৱাৰ দেখাৰ উদাহৰণ তেওঁৰ জনা আছে। প্ৰশান্তচিত্তে তেওঁ আপোনমনে ক'লে — জ্যোতিষীৰ সম্ভাব্য বিপদৰ ঠাইটুকুৱা তেওঁৰ ডিঙিৰ এই কেন্সাৰে অকলেই যদি পূৰাই পেলায়, তেন্তে সেইটো জানো কম ভাল কথা? মাকনী, সুমন, সুজাতা, শ্ৰাৱণী — তাহাঁত সকলোবোৰ বিপদৰ ক'লা ছাঁই চুব

নোবাৰাকৈ যদি মুক্ত হৈ পৰে, তেন্তে সেইটো জানো কম ডাঙৰ কথা? বহুদিনৰ মূৰত বৰুৱাৰ টোপনি ভাল হ'ল সেইদিনা।

ডাক্তৰী ক্রিয়া-কলাপেৰে নমুনা সংগ্ৰহৰ সময়তো হাস্পতালত বৰুৱা চিন্তামুক্ত, নির্বিকাৰ হৈ থাকিল। এসপ্তাহতে কেন্সাৰ সম্বন্ধীয় অনেক তথ্য-পাতি জানি ল'লে তেওঁ। কেম'থেৰাপি, ৰেডিয়েশ্বন — এইবোৰতো আছেই, তাৰ লগতে ফাৰ্ষ্ট ষ্টেজত অতি ফলদায়ক আয়ুৰ্বেদিক আৰু হোমিওপেথিক দৰবো আছে। আমাৰ অসমৰে বন দৰৱেও অদ্ভুত ভাল ফল দিয়াৰ উদাহৰণ আছে।

বেমাৰটোৰ লগত জড়িত শাৰীৰিক কষ্টখিনিৰ কথা মনলৈ আহিলেই তেওঁৰ ভিতৰৰ বিজ্ঞ বন্ধুৱে যেন তেওঁক কয় — 'মনটোক ঘাইল হ'বলৈ নিদিবা, বুইছা নিত্যানন্দ, মনটোৱে যদি ভাবে বেমাৰটোৱে পীড়িছে, তেন্তে যন্ত্ৰণাৰ শেষ নাই, যদি ভাবে — নাই পীড়া, তেন্তে যন্ত্ৰণা সহ্যৰ ভিতৰত ...'

নিজকে প্ৰস্তুত কৰাৰ বাটত বৰুৱাই জুকিয়াই গ'ল - প্ৰথমে ডিঙিৰ ভিতৰফালে সামান্য সুৰসুৰণি আৰম্ভ হ'ব, তাৰ পিছত সৰু মাছৰ কাঁইট লাগি থকাৰ দৰে লাগিব, তাৰ পিছত মাছৰ কাঁইটডাল ডাঙৰ হৈ সেপ গিলোতেও গেজেৰ গেজেৰ মাৰিব। গিলোতে কষ্টৰ পৰ্যায়টো বাঢ়ি গৈ থাকিব যদিও ইফালে ঔষধেও তেতিয়ালৈ যুঁজ আৰম্ভ কৰি দিব নহয়। লাহে লাহে নিশ্চিত ৰূপত গোটেই প্ৰক্ৰিয়াটোৱে আকৌ ওলোটাফালে গতি কৰিব — গিলিব নোবাৰাৰপৰা সহজে গিলিব পৰা, ডাঙৰ কাঁইটৰপৰা কাঁইটবিহীন সুৰসুৰণি ....

ডাক্তৰী ফলাফলৰ আগদিনা ৰাতি সম্ভাব্য বিপদটোৱে বিভিন্ন ৰূপ লৈ ঘৰখনৰ সকলোৰে টোপনি কাঢ়ি নিলে। বৰুৱাৰ যদি টোপনি হৰিল কিবা এক আশাব্যঞ্জক খবৰৰ বাবে অপেক্ষাৰত উত্তেজনাত, তেন্তে বাকীবোৰৰ হৰিল তাৰ ঠিক ওলোটা কাৰণত।

পিছদিনা বৰুৱানী আৰু ল'ৰা-ছোৱালীহালৰ গেটৰ ওচৰত স্কুটাৰৰ শব্দটোৰ বাবে যিমানে বুকু দুৰুদুৰু কৰিলে, বৰুৱা সিমানেই আশাৰে উৎকৰ্ণ হৈ ৰ'ল।

স্কুটাৰ ৰখাই হাঁহি এটাৰে বাৰাণ্ডাত বহি থকা বৰুৱাক গেটৰ মুখৰ পৰাই ভতিজাকে জনালে - 'একো নাই, চব নৰ্মেল।', তেওঁক নেওচি ভিতৰলৈ সোমাই যোৱা ভতিজাকটোলৈ চাই বৰুৱাই যেন কিবা এটা বুজি পালে — বেমাৰীৰ মনোবল অটুট ৰাখিবলৈ প্ৰথমে অলপ মিছা মাতিবই লাগিব। ভতিজাকটোৰ প্ৰতি তেওঁৰ একধৰণৰ মৰম উপজিল। তেওঁ তাৰ পাছে পাছে ভিতৰলৈ সোমাই গ'ল। কিন্তু ভিতৰতো দেখোন একেই — 'খুৰী, মই কৈছিলোঁ নহয় একো নাই বুলি, এয়া ৰিপ'ৰ্ট চোৱা, একোডাল নাই, খুৰা সম্পূৰ্ণ সুস্থ' 'হয়নে?' বুলি চকুহাল মোহাৰি বৰুৱানী গোসাঁই ঘৰটোলৈ দৌৰ মৰা অৱস্থাত বৰুৱা ঠাইতে থৰ লাগি ৰ'ল। তেওঁৰ ভাৱনাত ভীষণ আউল লাগিল — ই কেনেকৈ সম্ভৱ হ'ব পাৰে? ভগৱানৰ এয়া কেনেধৰণৰ অবিচাৰ? ইমানদিনৰ দুশ্চিন্তাৰ অন্ত পেলাব পৰাকৈ

ভগবানে এই বেমাৰটো তেওঁৰ গাত থাপি দি তেওঁক উদ্ধাৰ কৰিব লাগিছিল, কিন্তু তাকে নকৰি কি কাৰণত ভগবানে এইদৰে তেওঁৰ শাস্তি দীঘলীয়া কৰি নিছে? কি তেওঁৰ অপৰাধ?

ঘৰখনৰ আটাইৰে মনত স্বস্তি আৰু প্ৰসন্নতা উদ্ৰেগ কৰা পৰিস্থিতিটোত কেৱল বৰুৱা বিমৰ্ষ হৈ ৰ'ল। তেওঁৰ চিন্তাৰ চাকনৈয়াত যেন স্থান-কাল হেৰাই যাব খুজিলে।

গধূলি হোৱাৰ আগতেই বৰুৱা ধীৰ খোজেৰে গৈ কাকতীৰ ঘৰ ওলালগৈ। ভাৱাক্ৰান্ত মানুহটোৱে ভাবাবেগ লুকুৱাই ৰাখি শান্তস্বৰত ক'লে — 'সেই জ্যোতিষীজনৰ ঠিকনাটো লাগিছিল হে, সেই যে মোৰ ঘৰত বিপদৰ কথা কৈছিল—দুটামান কথা ক্লাৰিফাই কৰি ল'ব খুজিছিলোঁ।'

'অ' তেওঁ— এ, আপোনাক কোৱাই নাই বৰুৱাচাহাব, তেওঁ ঢুকাল নহয়। বেয়া লাগে বুইছে, জীয়েকৰ বিয়া পাতিছিল, পিছে বিয়ালৈ দহদিন থাকোঁতেই হঠাতে ঢুকাই থাকিল, ৰাতি শুই থাকোঁতেই বিছনাতে হাৰ্ট এটেক, চাওকচোন মানুহৰ বিপদ, ল'ৰা এটা আছে, নষ্ট চৰিত্ৰৰ —সেইখন আৰু ... পৰিয়ালটোৰ ভৱিষ্যতটো যে ....' বৰুৱাৰ কাণত বাকীখিনি নোসোমাল, অন্য ভাবত বিভোৰ হৈয়ে তেওঁ শলাগি গ'ল।

ধীৰ খোজেৰে ঘৰলৈ উভতি আহি থকা বৰুৱাৰ কাণত যেন কাকতীৰ কথাকেইটাই নতুন সাজ পিন্ধি বিৰবিৰাই আহিল। কাণৰ কাষত বিৰবিৰাই অহা মাতটো কাকতীৰ পৰা যেন মন্থৰ গতিৰে বিজু বৰুৱালৈ পৰিবৰ্তিত হ'ল — বুইছে বৰুৱাচাহাব, সেইখন আৰু ...সেইখনেই সংসাৰ . .সেইটোৱেই কথা ...বুইছা নিত্যানন্দ, কথা সেইটোৱেই — জ্যোতিষীৰ ভৱিষ্যৎবাণীক লৈয়ে হওক বা তাৰ অবিহনেই হওক, প্ৰতিটো মুহূৰ্তৰ আগচুলিত ধৰি নাচি থকা বিপদৰ সম্ভাৱনাক লৈ এই বিৰামহীন যি গতি, সেয়াই তোমাৰ জীৱন, বুজি পাইছানে নিত্যানন্দ — সেয়াই তোমাৰ জীৱন পৰিক্ৰমা...

শলাগি থকাৰ ভংগীত লাহে লাহে মুৰ জোকাৰি অহা বৰুৱাৰ পুনৰবাৰ অনুভৱ হ'ল— নিশ্চিতিৰ স্থিতি এটাই আত্মবিশ্বাস দিয়ে, মুহূৰ্ততে মনটো ফৰকাল কৰি আনে। □□

['সাতসৰী' আলোচনীৰ ১৬-৩০ নৱেম্বৰ, ২০০৫ সংখ্যাত প্ৰকাশিত]

# পনৰু

ঘৰত বাপেক, মাক বা ভায়েকটোৰ অসুখ হ'লে পনৰুৰ ঘৰত কাম বাঢ়ি যায়। নিজৰ কিতাপ-বহী নোহোৱাৰ কথা, ধোৱা কাপোৰ নোহোৱাৰ কথা— সেইবোৰতো আছেই। ভোলা মাষ্টৰে যিমানবাৰ সোধে স্কুল ক্ষতি হোৱাৰ কাৰণ, পনৰুৱে পতিয়ন যাব পৰা উত্তৰ একোটা সিমানবাৰেই লগে লগে সাজি কয়।

এইবাৰ কিন্তু পনৰুৱে নোৱাৰিলে। একধৰণৰ অৱদমিত দুখ আৰু ক্ষোভত তলমূৰ কৰি থকা অৱস্থাতে তাৰ চকুপানী ওলাই আহিল। ভোলা মাষ্টৰে কিবা এটা চিন্তা কৰি প্ৰসংগ তল পেলালে।

একেবাৰে সৰুৰে পৰাই পনৰুৰ চকুপানী ঘনে ঘনে ওলায়। চকুপানী ওলাবৰ বাবে যিমান ডাঙৰ ঘটনা ঘটিব লাগে তাতকৈ অনেক কমতে তাৰ চকুপানী ওলায়। মাকে কয়— তই ছোৱালী মানুহ নেকি কথাই কথাই চকুপানী উলিয়াবলৈ? বাপেকে কয়— কথাটো কওঁতেই চকুপানী উলিয়াবলৈ নাহিবি, কাণতলীয়া চৰ লগাই দিম! লগৰ ফুলকণ, উগ্ৰ, ঠগীহঁতে তাক কেতিয়াবা সেই কাৰণেই জোঁকাই ৰং চায়। প্ৰথমে এটা সময়ত সমানে সমানে উত্তৰ দি, উত্তৰ কাটি খন্তেক পাছতে সি চকু কেইটা ঘনে ঘনে পিৰিকিয়ায় আৰু তাৰ চকুপানী ওলাই আহে। সিহঁতৰ ঘৰৰ ওচৰৰে তাতকৈ বয়সত সাত-আঠ বছৰে ডাঙৰ, উৎপতীয়া উমা আৰু বৈকুণ্ঠই আগতে বাটত পালে সেইকাৰণেই তাক কিবা এটা কৈ খং তুলিছিল। উমাই হয়তো ক'ব — পনৰু নামৰ যে এবিধ খোৱা বস্তু আছে, সেয়া কি জাননে? ঠিক আছে, এবিধ গছ বাৰু, এতিয়া কচোন গছবিধ কেনেকুৱা? তাৰ পাত খায় নে গুটি খায় কচোন? একান্ত চিত্তে ভাবিবলৈ যত্ন কৰি তলমূৰ কৰা সৰলচিতীয়া পনৰুক খন্তেক পাছতে হয়তো বৈকুণ্ঠই কৈয়ে পেলাব — সি কেনেকৈ জানিব, তাৰ নামতো পনৰু নহয়, পেনেৰাহে, পেনেৰা মেদক। লগে লগে উমাৰ অট্টহাস্য আৰু তাৰ লগে লগেই পনৰুৰ ঘনে ঘনে চকু পিৰিকিওৱা আৰম্ভ হৈ যায়।

আজিকালি অৱশ্যে কথাবোৰ বেলেগ। আজিকালি পনৰুৰ কথা বাদেই, পানীভঁৰাচুকত ঘৰে ঘৰে ডাঙৰবোৰৰো চকুপানী ওলাই থকা অৱস্থা হ'ল। আজিকালি পনৰুক জোকাবলৈও মানুহ নোহোৱা হ'ল। ফুলকণ, উগ্ৰ, ঠগীহঁতে পঢ়া-শুনা, বাদ দি কামত ধৰিব লগা হ'ল, জোকোৱা-মেলা, হাঁহি-ফুৰ্তি এইবোৰো আপোনা আপুনি নোহোৱা হ'ল। বৈকুণ্ঠ আৰু

উমা পানীভঙাচুকৰ পৰাই অদৃশ্য হৈ গ'ল। সিহঁতৰ সমনীয়া দুই এটাৰ দৰে বনুৱা, হেণ্ডিমেন, ড্ৰাইভাৰ, চাকৰ — এইবোৰ হ বুলি টাউনলৈ নগৈ সিহঁত দুটা হেনো বন্দুক-চন্দুক লৈ একেবাৰে জংঘলত সোমালগৈ। উমা হেনো মিলিটাৰীৰ গুলীত মৰিছে বুলি কোনোবা এটাই এবাৰ খবৰ এটাও দি গৈছিল। বাপেকে বিশ্বাস কৰিলেও মাকে নাই কৰা। বৈকুণ্ঠৰ আশাই বাদ দিছে হেনো ঘৰত।

পানীভঙাচুক নামৰ গাঁৱলীয়া অকমানি অঞ্চলটোৰ অতি গৰীব ঘৰৰ শান্ত ল'ৰা পনৰুক পঢ়া-শুনাত ভাল দেখিহে ভোলা চাৰে সদায় উদগনি দিয়ে — 'তহঁতৰ পানীভঙাচুকৰ পোৱালিমখাই প্ৰথম-দ্বিতীয় শ্ৰেণীতে স্কুল এৰে, তই কিন্তু সেইদৰে নকৰিবি। অহা বছৰ বৃত্তি পৰীক্ষা দিব লাগিব তই, মনত ৰাখিবি!'

স্কুল ছুটীৰ পাছত ভোলা মাষ্টৰে মতাত পনৰুৱে স্কুল নহাৰ কাৰণ সবিস্তাৰে ক'লে। তাৰ বাপেক মোহন মেদকক তিনিদিন থানাত ৰাখি পুলিচে কোবাইছে।

পানীভঙাচুকৰ পৰা দহ কিলোমিটাৰ আঁতৰৰ সৰু নগৰখনত মহাজনক চুলাই মদ চাপ্লাই দিবলৈ মহাজনেই পুৰণা চাইকেল এখন যোগাৰ কৰি দিছিল। পনৰুৰ বাপেক মোহনে চাইকেল মাৰি হেণ্ডেল আৰু কেৰিয়াৰত জাৰিকেন ভৰ্তি মদ লৈ যাওঁতেই ৰাস্তাতে পুলিচৰ চিপাহীৰে ভেটা-ভেটি হোৱাত জাৰিকেন, চাইকেল সোপাকে এৰি মোহন প্ৰাণ লৈ পলাল। মহাজনে চাইকেলৰ নামত প্ৰতি সপ্তাহৰ পাওনাখিনিৰ আধা কটা যাব বোলাত মোহনে মহাজনৰ পৰা পইচা অলপ লৈ মৰণত শৰণ দি পুলিচ আউটপোষ্টটোত সোমাইছিলগৈ। সেয়ে কাল হ'ল। তিনিদিন থানাত ৰাখি কোবাই আধামৰা কৰিলে। পিছে মহাজনৰ নাম নকলে মোহনে। 'চক বজাৰৰ পিছফালে বহি মই নিজেই বেচোঁগৈ মাজে মাজে।' — সেইটো উত্তৰকে দি থাকিল। সেয়ে চাইকেলখন গ'ল যদিও তাৰ দাম শেষত মাফ কৰি দিলে টাউনৰ মহাজনে।

তিনিদিনৰ পাছত বাপেকটো ঘৰ পোৱাৰ পাছতো দুদিন ধৰি ঘৰখনত খবৰ লোৱাৰ নামত মানুহৰ হুলস্থুল। পনৰুক তৃতীয় শ্ৰেণী পৰ্যন্ত মাক শৈলবালাই অনেক কষ্টেৰে স্কুললৈ পঠিয়াই আছে। শৈলবালাই নিজেও এসময়ত স্কুলত তৃতীয় শ্ৰেণীলৈকে পঢ়িছিল। মাহীমাকৰ অত্যাচাৰ সহিব নোৱাৰি মোহনৰ লগত পলাই নহা হ'লে কোনে জানে তাই হয়তো ক'ৰবাত ভাল ঘৰতো পৰিব পাৰিলেহেঁতেন। সেয়ে খাবলৈ পিন্ধিবলৈ নাথাকিলেও পনৰুক স্কুললৈ পঠোৱাত তাই জোৰ দিয়ে। গিৰীয়েক মোহনে কিন্তু ঘৰৰ কাম-বনৰ ফালে পিঠি দি ল'ৰাই স্কুললৈ গৈ বৰচাহাব হোৱাৰ বাসনাৰে সকলোকে ডুবাব বুলি ঘনে ঘনে তৰ্জন-গৰ্জন চলাই থাকে। সেইটো কথা লৈয়ে কেইবাদিনো উখনা-উখনি হৈ শেষত বাপেকে ফলাখৰিৰে মাকক কোবোৱা পনৰুৱে লগতে আনেও দেখিছে। সেয়ে এতিয়া মাকে অলপ সতৰ্ক হৈ বাপেকটো ঘৰ সোমোৱা দুদিন পাৰ হোৱাৰ পাছত আৰু সকলোবোৰ শাম কটাৰ পাছত পনৰুক স্কুললৈ পঠাইছে।

'কিয় মদৰ কাৰবাৰ কৰে দেউতাৰে?'

'তাৰ বাহিৰে আমাৰ উপায় নাই ছাৰ।'

'কিয়, খেতি-বাতি বা অন্য কাম-কাজ কৰিব নোবাৰি নেকি?'

আমাৰ খেতিৰ মাটি কেতিয়াবাই নৈৰ বালিত পোত গ'ল ছাৰ। আগতে পিতাইহঁতে মাছ মাৰিছিল। কিন্তু আজিকালি মহলদাৰে দেচুবালি মাছুৰৈ আনিলে। এতিয়া পকা খেৰৰ দিনত অলপ-অচৰপ খেৰ কাটে, বাকীখিনি সময় মদৰ বেপাৰ কৰিয়েই চলে।'

একপ্ৰকাৰ আশ্চৰ্যান্বিত হোৱা ভোলা মাষ্টৰে খবৰ-খাতি লৈ পানীভঙাচুকৰ বিষয়ে অনেক কথা জানিব পাৰিলে। স্কুলৰ পৰা সাত কিলোমিটাৰ মান হয়। চহৰৰ পৰা দহ কিলোমিটাৰ। সভ্যতাই চোঁ-নোচোঁওকৈ চুবলৈ পোৱা সৰু এডোখৰ ঠাই। এক দীঘলীয়া সময় জুৰি বিভিন্ন ঠাইৰ পৰা বিভিন্ন মানুহ বেলেগে বেলেগে উঠি আহি থুপ খাই হোৱা জনজাতীয়-অজনজাতীয় মিহলি এটা ক্ষুদ্ৰ আবাসিক অঞ্চল। গাঁও বুলিলে বুলিব পাৰি, নুবুলিলেও চলি যায়। এক বৰ্গ কিলোমিটাৰো নহ'ব। তাতো সেৰেঙা বসতি। অঞ্চলটোৰ গাতে লাগি থকা ব্ৰহ্মপুত্ৰৰ উপনৈখন খৰালিত কেঁচু এডালৰ দৰে নিমাখিত যদিও বাৰিষাত ফেটি সাপ। এই ফেটি সাপে কিমানৰ মাটি-বাৰী বালিত পোত খুৱাই তেওঁলোকৰ জীৱন কাঠচলি একোটুকুৰা কৰি পেলালে তাৰ হিচাপ নাই। কাঠচলি উটি যোৱাদি টুলুং-ভুটুং কৰি উটি-উটি কিমানৰ জীৱন কেতিয়া কোন দুৰ্দশাৰ বালিচৰত আধা পোত খাই ৰ'লগৈ তাৰো কোনো হিচাপ নাই।

বাৰিষাৰ দিনকেইটা প্ৰায়ভাগৰে ৰিলিফ কেম্পতে কাটে। উপৰ্যুপৰি অহা বানৰ বাবে ৰিলিফ কেম্প আৰু ঘৰ— এই কৰিয়েই তিনি চাৰিমাহ পাৰ হৈ যায়। খৰালি হোৱাৰ লগে লগে পুনৰ মানুহখিনিয়ে উৰলি যোৱা জুপুৰি একোটাকে ঘৰ বুলি, বালিৰে পোত খোৱা মাটি একোডোখৰকে বাৰী বুলি আকৌ থিতাপি লাগেহি। বাৰিষাৰ বানত থাওনি নাপাই ইয়াৰ পৰাও কিছুমান আন কৰবালৈ উঠি নোযোৱা নহয়। কিন্তু ত্ৰিছ-পঁয়ত্ৰিছঘৰমান মানুহ থাকি গ'ল। এবেগেত পানীত চৰি ফুৰা গৰুৰ ঠেঙত লাগি থকা চেলাপতি জোকৰ দৰে এই পানীভঙাচুকতে কামোৰ খাই লাগি থাকিল সিহঁত। গৰুৱে ঠেং আচাৰাদি দাৰিদ্ৰ্য আৰু দুৰ্দশাই আচাৰি আছে যদিও মানুহখিনিয়ে কামোৰ এৰি দিয়া নাই। এৰি দিয়াৰ উপায়ো নাই, আশাও নাই।

পনৰুতকৈ দুই-তিনিবছৰৰ ডাঙৰ টিংবাই, ঠগী, ফুলকণ, কুসুম — সিহঁতেও তাৰ লগত একেলগে স্কুলত পঢ়িছিল। এটা এটাকৈ দ্বিতীয় শ্ৰেণী পোৱাৰ আগতেই আটায়ে স্কুল এৰিলে। বৰমইনা, মাঁদে আদি দুই তিনিজনীমান ছোৱালীও স্কুলত সোমাইছিল। দুবছৰৰ ভিতৰতে এৰিলে। গাঁওখনৰ আটাইবোৰে খৰালিৰ দিনত কৰা মদৰ বেহাৰেই দেহা বচাই আছে।

যিবোৰ টাউনলৈ ওলাই গৈছে, সেইবোৰৰ বেছিভাগেই হাজিৰাৰ বনুৱা, ৰিক্সাবালা, চাহদোকানৰ আলধৰা আদি হৈ দুপইচা যেনেতেনে উপাৰ্জন কৰি আছে। দুই এটা পকেটমাৰ বা চোৰ-ডকাইতো নোহোৱাকৈ থকা নাই।

পনৰুৰ বাপেকৰ লগতে টিংৰাই আৰু ফুলকণৰ বাপেকেও টাউনলৈ গৈ চুলাই মদৰ ঘাটিত কামত সোমাই দুপইচা ঘটাৰ বাট উলিয়াইছিল। দুবাৰো আবকাৰী আৰু পুলিচৰ লোকে চুলাই ঘাটিত তালাছী চলাই সিহঁতমখাক কোবাই গুৰুলা-গুৰুল কৰিলে। তাকে দেখি বুঢ়া দুটামানে ঘৰতে মদৰ বেপাৰৰ দিহা দিলে— 'হেৰ', টাউনলে গৈ মদৰ ভাটিত কাম কৰি পুলিচৰ মাৰেই খাব লাগে যদি ঘৰতে নকৰ কিয়? আমাৰ বহুতেইতো বোপা-ককাৰ দিনৰে পৰা ঘৰত মদ বনাই খাওঁ, এতিয়া যেনিবা ব্যবসায় বুলি কৰিবি।', আন কেইটামানেও হয়ভৰ দিলে, 'ছুছিয়াৰ মানুহৰ হতুৱাই দৈনিক টাউনলৈ চালানৰ ব্যবস্থাটো পকা হ'লে লেঠা বিশেষ নাই'।

সেইদৰেই আৰম্ভ হ'ল। পাল পাতি পাতি টিংৰাই, কুসুম, ফুলকণ আৰু পনৰুৰ বাপেকে চাইকেলেৰে গধূলি মদ কঢ়িয়াই টাউনৰ মহাজনৰ দোকানত দিয়ে। মদ বনোৱাসকলে নিজৰ উৎপাদন সিহঁতৰ হাতত আনি জমা দিয়ে। চাইকেলখনো মহাজনেই যোগাৰ কৰি দিয়া। সপ্তাহৰ মূৰত হিচাপ কৰি মহাজনে পইচা দিয়ে। সেই পইচা ভাগে ভাগে মানুহবোৰে পায়। পিছে পুলিচ আউটপোষ্টত চাব ইন্সপেক্টৰ লাহন অহাৰ পিছৰে পৰা লেঠা লাগিল। জয়ৰাম লাহন- মদগাজ চেহেৰাৰ অসুৰ হেন মানুহটো। ক'ৰবাত কিবা খবৰ পাই তালাছীৰ নামত প্ৰথম দিনা আহি মোহন মেদকৰ ঘৰতে প্ৰথমে সোমাইছিলহি। গধূলি মদৰ ভাটি উচ্ছেদ কৰিম বুলি অহা মানুহটোৱে গললৈকে মদ গিলি টং হৈ আহিছিল। মোহন ঘৰত নথকা অৱস্থাত অহা মানুহটোৱে আহিয়েই মুখত অবাইচ মাতৰ আখৈ ফুটোৱা দেখি শৈলবালাই ভেকাহি মাৰি উঠিছিল- 'বেয়া মাত নামাতিব, আমি গৰীব হ'লেও লাজ-মান থকা মানুহ!'

'ইঃ চাল্লি, মদ বিকা সতী ওলাইছ তই!'

'মদ আমি বিকিবৰ বাবে নহয়, ঘৰত খাবৰ বাবে বনাওঁ।', মিছাকৈ ক'লেও সাহসেৰে কথাকেইটা ক'লে শৈলবালাই।

মানুহজনীৰ জিভাত কথাৰ চোক আৰু দেহত তেতিয়াও ধৰি ৰখা যৌৱনৰ চোক দেখি নিঃশব্দে মুখৰ ভিতৰতে টকালি পাৰি লাহন ওলাই গ'ল। দুদিনমান পাছতেই চাইকেল উদ্ধাৰৰ বাবে যোৱা মোহনক সি সুযোগত পাই গ'ল। তিনিদিন লকাপত সুমুৱাই ৰাখিলে। লাহনৰ যিমানে মোহনৰ ঘৈণীয়েক শৈলবালালৈ মনত পৰিল, সিমানে মোহনৰ গাত পৰা কোবৰ মাত্ৰা চৰি গ'ল।

তিনিদিন লকাপত থাকি মোহন ওলাই অহাৰ পাছত লগৰকেইটাই এইবাৰ কথাবোৰ নতুনকৈ চিন্তা কৰিলে। মোহনৰ আগত প্ৰস্তাৱ দিলে, 'ঘৰতে বনোৱা মাল ঘৰতে বিকিব পাৰিলে কেনে হয়?'

'আমাৰ নিচিনা ঘৰত কোনে মদ কিনি খাবলৈ আহিব?'

'আহিব আহিব, আমাৰ ইয়ালৈ বাহিৰা মানুহটো অনেক আছে। বাৰিষা ভাগি-ছিগি যোৱা ৰাস্তা বনাবলৈ খৰালি ঠিকাদাৰ আহে, মজুৰী আহে, মিস্ত্ৰি আহে, মাছৰ বাবে মহলদাৰৰ মাছুৱে আহে, গাঁৱৰ কাষৰ ৰাস্তাৰে চমুৱাই নৈৰ ঘাটলৈ চাইকেল মাৰি যোৱা আন গাঁৱৰ মানুহো আছে। সিহঁতবোৰে গম পালেই আহিব।'

মোহনেও হয়ভৰ দিয়াত নিজৰ ভিতৰতে আলোচনা কৰি সিহঁতে এটা সময়ত নিজৰ নিজৰ ঘৰত মদৰ ব্যৱসায় আৰম্ভ কৰিলে। পানীভঙাচুকৰ ঘৰত বনোৱা খাটি মদৰ সোৱাদৰ কথা বৈ বৈ যোৱাৰ বাবে মানুহৰ সমাগম লাহে লাহে বাঢ়িল। গাঁওখনৰ ঘৰে ঘৰে মেলি লোৱা ব্যৱসায়ো বাঢ়িল। পৰিয়ালবোৰলৈ এচিকুটমান হ'লেও জিপ আহিল। আনবোৰ ঘৰৰ দৰেই পনৰুহঁতৰ ঘৰতো পনৰু আৰু মাকৰ ওপৰত মাৰ-কিলৰ প্ৰকোপো কিছু কমিল। কিন্তু মাজে মাজে বিজুতি ঘটে। বাতৰি কাকতত চুলাই মদৰ কাৰবাৰে ছানি ধৰিছে বুলি বাতৰি ওলায়, পুলিচ আৰু বৰমূৰীয়াসকলৰ বদনাম হয়, পুলিচ, আউটপোষ্টলৈ কৰ্তব্যত গাফিলতি কৰা বুলি সতৰ্কবাণী আহে আৰু বিজুলী সঞ্চাৰে লাহনে চিপাহীৰ দল লৈ তালাছীৰ নামত পানীভঙাচুকত হাজিৰ হয়। চৰুৱে-হাৰিয়ে সকলোবোৰ পিছফালৰ চুবনি-কচুবনিত লুকুৱাবলৈ মানুহবোৰৰ হুলস্থূল লাগে। তথাপি সাৰিব নোৱাৰে। চৰু-হাৰি ভাঙি-চিঙি মতাকেইটাক কেতিয়াবা কোবাই গতিয়াই ধৰি-বান্ধি লৈয়ো যায়। উপায় নাপাই মানুহখিনিয়ে আলচ কৰি মাহেকীয়া বন্দবস্তীত পুলিচক পইচা উঠাই দিয়া কৰিলে।

আবু আৰু পল্টু নামৰ মানুহ দুটা পিছত আহি গাঁৱত থিতাপি লোৱা মানুহ। মনো আৰু আন দুটামানেও সিহঁতৰ লগ লাগি সকলো প্ৰকাৰৰ দুই নম্বৰী ধান্দা গাঁৱতে আৰম্ভ কৰা বুলি সকলোৱে শুনিছে। তথাপি পুলিচৰ চকু সিহঁতৰ ওপৰত নপৰে। সনা-পোটোকাটো সকলোৱেই বুজি পায়।

আবুৰ ঘৰতে এবাৰ মদাহীৰ লগত মাৰপিট লাগিল। আবুৰ ফলা-বাঁহৰ কোবত এটাৰ মূৰ ফালি যোৱাত লৰা-ধপৰা, হাস্পতাল আদিৰ মাজতে কাৰোবাৰ মুখে খবৰ পাই পুলিচে আহি আবুক উঠাই লৈ গ'ল।

লকাপৰ পৰা উলিয়াই আনি পিছদিনা লাহনে ক'লে— 'তই মোৰ ঘৰুৱা মানুহৰ দৰে। সেয়ে তোক আজিয়েই এৰি দিছোঁ। কিন্তু মোহনক পালে মই এইবাৰ বাপেকৰ বিয়া দেখুৱাই দিম। তাৰ মাইকীটোৰ তাও খুব বেছি! খুব সতী-সাধ্বী দেখুৱাই চালা!'

'এ ছাৰ, এইবোৰ ঢং-বাজিহে! দুপৰীয়া গিৰীয়েকটো মালৰ বাবে যোগাৰ আনিবলৈ যায়। সেইখিনি সময়ত চিভিল ড্ৰেছত যাব চোন ছাৰ, তেতিয়াহে আচল নিচা উঠাব তাই'

এক মুহূৰ্ত চিন্তা কৰাৰ দৰে কৰি লাহনে মাতটো সৰু কৰি সুধিলে,'হয় নেকি? গ'লে ফুৰ্তি-টুৰ্তি হ'বতো?'

'হ'ব ছাৰ, কেৱল তালাছীৰ নামত ঘনে ঘনে পুলিচ পাৰ্টী আৰু নাহে বুলি দুআষাৰ কথা তাইৰ আগত ক'ব আৰু।'

লাহনে দুপৰীয়া চিভিল ড্ৰেছত আহিছিল যদিও মদ খোৱাৰ বাহিৰে অন্য ফুৰ্তিৰ সুবিধা নাপালে। দুদিন পিছত সেয়ে সি ড্ৰেছত আহি আবুৰ ঘৰো লণ্ড-ভণ্ড কৰিলে। পানীভঙাচুকৰ গোটেইমখা মানুহৰ ওপৰতে লাহনৰ সঘন অত্যাচাৰ দেখি-শুনি শান্তি স্থাপনৰ উদ্দেশ্যে আবু আৰু মনো লাহনৰ কোৱাৰ্টাৰলৈ গৈছিল। লাহনে কেৱল ক'লে, 'মাহৰ পইচা ইমানখিনি বঢ়াই দিবি, আৰু পইচা দিবলৈ মোৰ কোৱাৰ্টাৰলৈ মোহনৰ ঘৈণীয়েক শৈলবালাক পঠাই দিবি, কোনোদিন আৰু উৎপাত নহয়।'

দহদিনমান ধৰি শৈলবালাৰ মনত এনেয়েই দুখ-বেদনা, দুশ্চিন্তাৰ জুই একুৰা দপদপাই জ্বলিয়েই আছিল। কথা নাই বতৰা নাই হঠাৎ মোহন মানুহটো বেমাৰত পৰি উঠিব নোৱাৰা হ'ল। ডাক্তৰ, কবিৰাজ, মৌলবি, বেজ সকলো ফেল মাৰিছে। মানুহটো দিনে দিনে দুৰ্বল হৈ গৈ আছে। বিছনাৰ পৰা উঠি বাহিৰ ফুৰিবলৈ গ'লেও আধা ৰাস্তাতে পৰি যাব খোজে।

বেমাৰ হোৱাটো ডাঙৰ ঘটনা নহয় সিহঁতৰ বাবে। বেমাৰ আৰু সীমাহীন দাৰিদ্ৰ্যৰ লগতেই সিহঁতৰ সহজ সহাৱস্থান আৰু তাৰ মাজেৰেই কেৱল জীয়াই থাকিবলৈকে সিহঁতৰ নিৰন্তৰ মৰণপণ সংগ্ৰাম। অকালমৃত্যু সিহঁতৰ ঘৰে ঘৰে এটা সহজ সাধাৰণ কথাৰ দৰে। অকাল মৰণ নামৰ নদীখনৰ পৰা পাৰলৈ চুচৰি বগাই উঠিব খুজি বাৰম্বাৰ পিচলি পৰাটোত সিহঁত অভ্যস্ত। তবু এইবাৰ শৈলবালাই যেন অতি দুৰ্বল আৰু অসহায় অনুভৱ কৰিলে। পানীভঙাচুকত ঘৰে ঘৰে অনেক মতা অকালতে নোহোৱা হৈ যোৱা তাই দেখিছে। চুলাই মদে চুহি খাই বগৰাই পেলাই দিয়া, তাৰ পাছত লাহে লাহে দুৰ্বল হৈ অহা, এটা সময়ত মুখখন ফুলি যোৱা আৰু হাত-ভৰিবোৰ সৰু হৈ অহা, আৰু এদিন হঠাতে ঘপহকৈ মৰি থকা— এয়া যেন চকুৰ আগতে হৈ থকা অনুচ্চাৰিত স্বাভাৱিক ঘটনা। তাই মোহনৰ বেমাৰটো বিজাই চালে। মদে শুহি খোৱা বেমাৰ নহয় যেন পালে তাই। তবু কিয় জানো তাইৰ মনলৈ ভাব এটা আহিল যে মৃত্যুৰ হিমচেঁচা পৰশ সিহঁতৰ ঘৰতো পৰিবলৈ বেছি দিন নাই। ঘৰৰ মূল মানুহটো পাটীত পৰি থকাৰ বাবে উপাৰ্জনৰ বাটটোত বিধি-পথালি অহা আৰু তাৰ ফলত দাৰিদ্ৰ্য আৰু অভাৱৰ হেঁচা বাঢ়ি যোৱা — এইবোৰ চিন্তায়ো তাইক বিচলিত আৰু কিছু পৰিমাণে অৱশ কৰি পেলালে।

পনৰুৱে পোন্ধৰদিনমান ধৰি ভাবিয়েই আছিল — স্কুল যোৱাটো তাৰ বাবে এতিয়া কেৱল লাহ-বিলাহ কৰাৰ নিচিনা কথা। ভোলা মাষ্টৰেও এতিয়া এৰি দিছে। মাজতে এবাৰ ভোলা মাষ্টৰ পানীভঙাচুকলৈ আহিছিল। পৰিৱেশ, পৰিস্থিতি আৰু মানুহবোৰৰ অৱস্থা দেখি গাঁওখনৰ পৰা স্কুললৈ যোৱাটো বিলাসিতাৰ দৰে কথা বুলি মাষ্টৰে বুজি পালে হ'বলা। পনৰুক মাথোঁ ক'লে, 'চাচোন কিমান দিনলৈ পাৰ টানিব।'

সেয়ে হতাশা আৰু বেদনাত ম্রিয়মান পনৰুৱে যেতিয়া বাপেকৰ যন্ত্ৰণা আৰু মাকৰ অসহায়তা চকুৰ আগত নিতৌ দেখিবলৈ ল'লে, সি এটা সময়ত সিদ্ধান্ত ল'লে — সিও উপাৰ্জনৰ বাবে টাউনলৈ যাব। ইতিমধ্যেই তাৰ লগৰ টিংৰাই, বাপনহঁত টাউনলৈ কাৰোবাৰ লগত সুবিধা উলিয়াই গুচি গৈছে। টিংৰায়ে বাচষ্টেচনৰ ওচৰৰ চাহ দোকানখনতে কাপ-প্লেট উঠোৱা, টেবুল মচা কামত সোমোৱা বুলি শুনিছেও সি।

'মা, মই ইস্কুল বাদ দিলোঁ। অহা দেওবাৰে টিংৰাইক লগ ধৰিবলৈ টাউনলৈ যাম। তাক লগ ধৰি টাউনতে কাম এটা যোগাৰ কৰিম। এইবাৰ তই মানা নকৰিবি।' শৈলবালাই পনৰু গুচি যাবলৈ লোৱাৰ লগে লগে যেন আৰু এটা অধ্যায়ৰ পৰিসমাপ্তিৰ আগজাননী পালে। তাই মাথোঁ ক'লে,'হুৰমুৰকৈ একো কৰিব নালাগে,ৰচোন!' অক্ষম ক্ষোভ এটাত পনৰুৰ লগতে শৈলবালাৰো চকু দুটা পানীৰে ভৰি গ'ল। কিবা এক অজান আক্ৰোশত তাইৰ পৃথিৱীৰ সমস্ত জীৱ থকা প্ৰাণীকেই গালি পাৰিবৰ মন গ'ল। আৰু সেই সময়তে, ঠিক সেইখিনি সময়তে লাহনে আবু আৰু মনোৰ আগত দিয়া প্ৰস্তাবটোৰ কথা লাহতী বুঢ়ীৰ মুখে শৈলবালাই গম পালে। গাঁওখনৰ ভীষণ সমস্যাবোৰৰ সমাধানৰ বাবে লাহতী বুঢ়ীৰ বুধি-ভাৰসাৰ এতিয়াও দাম আছে গাঁওখনত। লাহতীয়ে কিবা প্ৰস্তাৱ দিবলৈ পোৱাৰ আগতেই লাহন, আবু, মনো, গাঁৱৰ আন মতাবোৰ, সকলোৰে প্ৰতি শৈলবালাৰ মুখেৰে ফিৰিঙতি ওলোৱাদি গালিবোৰ ওলাই আহিল, '....চালা, চব জানোৱাৰ, চব মেখেলা পিন্ধা চুৰাচেলেকাৰ জাত, ....সেই কুকুৰটোক মই নিজকে চোবাই খাবলৈ এৰি দিলেহে বাকীবোৰ বাচিব নেকি? ....চালা আহকচোন এইবাৰ সি, তাৰ দুই ঠেঙৰ ফাঁকত পটাগুটি বহুৱাই নিদিওঁ যদি....'

কিন্তু খঙৰ ভমকটো যোৱাৰ পাছত তাইৰ অসহায়তাই তাইক শান্ত, পৰিপক্ক কৰিলে। লাহতীয়ে সিদ্ধান্ত দিলে, শৈলবালাৰ নাম লৈছে যেতিয়া তাই যাব, কিন্তু অকলে নহয়, আনৰ লগত দল বান্ধি যাব। কাহিৰাম,মনো, সিহঁতৰ ঘৈণীয়েক দুজনী, লাহতীবুঢ়ী আৰু শৈলবালা - মুঠ পাঁচটা হ'ল লাহনৰ তালৈ যাবলৈ ওলোৱা মানুহ। শেষ মুহূৰ্তত কিবা এটা ভাবি পনৰুকো লগত ল'লে মাকে। নিজৰ ঘৰতে বহুবাৰ পনৰু ওচৰত থকাৰ বাবে বেয়া মতলবত অহা বহুতো আঁতৰি যোৱা কথাবোৰ তাই ভালকৈ মনত ৰাখিছে।

'ইমান গাল মানুহ ইয়াত সভা পাতিবলৈ আহিছ নেকি?', অসুৰ হেন চাৱনি এটাৰে লাহনে মনো আৰু কাহিৰামলৈ চাই ক'লে, 'চালা, দলবান্ধি মোৰ লগত চালাকি কৰিবলৈ আহিছ? বুটজোতাৰ গছকত পেটু ওলাই যাব গম পোৱা নাই?'

লাহনৰ চকুৱে-মুখে ফুটি উঠা আসুৰিক চাৱনিটো মানুহখিনিৰ মুখৰ ওপৰেদি বাগৰি গৈ শৈলবালাৰ মুখৰ ওপৰত ৰ'লগৈ।

'ঐ, তোৰ বোলে গিৰীয়েৰৰ যোৱা-খোৱা? তথাপি চালা তোৰ তাও নকমে, নহয়?'

পনৰুৰ হঠাৎ কাণ-মূৰ গৰম হৈ গ'ল। কিবা এক অদ্ভুত খঙৰ পৰা উদ্ভূত সাহসে

তাক লাহনৰ চকুৰে চকুৰে চাই কথা ক'বলৈ প্ৰৰোচিত কৰিলে, 'এনেই এনেই কিয় গালি পাৰিছে আপুনি ? মাহৰ পইচাতো হিচাপমতে দিয়েই আছো আমি ! এইবাৰতো কোৱামতেই বেছিকৈ আনিছোঁ !'

'ঔ আই, এইডোখৰ কোন ঔ ?'

'এইটো তাইৰে পুতেক, পনক।', বাকীবোৰে যেন লগে লগে কণমাণি ল'ৰাটোক চিনাকি কৰি দিবলৈ পাই একধৰণৰ সকাহ পালে।

'ওঁ !—ই কণজলকীয়া নেকি ?', অকমাণ বৈ গোঁফকোছাৰ তলেদি সামান্য বেঁকা হাঁহিৰ ৰেশ মুকলি কৰি দি লাহনে পুনৰ ক'লে —'মই আকৌ ভাতৰ লগত কণ জলকীয়া চোবাই বৰ ভাল পাওঁ ! চাবিদেই ৰোপাই, তোকো চোবাই পেলাম কোনোবাদিনা !'

গোটেইবোৰ স-সম্মানে উভতি আহিব পাৰিলে যদিও পনকৰ কাৰণে শৈলবালাৰ ভয় লাগিল।

'পনক, তই আজিৰ পৰা আৰু কোনোদিন লাহনৰ লগত ফেপেৰি পাতি কথা নকবি', ৰাতি শুবৰ পৰত মাকে পনকক বুজালে, 'সি মোক একো কৰিব নোৱাৰে। তাৰ পৰা কেনেকৈ গা বচাই চলিব লাগে মই জানো। তই কিন্তু মনত ৰাখিবি, বাঘ-ঘোঙতকৈও ভয়ংকৰ ইহঁত। তোক টিলিকতে মাৰি নোহোৱা কৰি পেলাব !', খন্তেক বৈ পনকক তাৰ আঠবছৰীয়া ভায়েকটোৰ ফালে দেখুৱাই মাকে পুনৰ ক'লে, 'সেইটো সেইকণি, বাপেৰ বিছনাৰ পৰা উঠিব নোৱাৰা, তয়ো যদি নোহোৱা হৈ যাব, নৈত জাঁপ দিয়াৰ বাহিৰে উপায় নাথাকিব মোৰ, কৈ দিলোঁ এতিয়াই !', শেষত খন্তেক বৈ মাকে পুনৰ ক'লে, 'তই যে টাউনলৈ গৈ টিংৰাইক লগ ধৰিম বুলি কৈছিলি, যাব খোজ যদি মই বাধা নিদিওঁ, কেৱল চুৰি-চাপ্ৰাছিত নোসোমাবিগৈ, সেইকণকে মনত ৰাখিবি !'

'দেউতা, ই পনক, আমাৰ ওচৰৰে। ইও আপুনি দিলে কাম কৰিব খুজিছে।' — টিংৰাইয়ে দোকানতে মালিকক ক'লে।

'কি কাম কৰিবি ?'

'যি দিয়ে। চাহ কৰা, বাচন ধোৱা....'

টিংৰাইয়ে চিনাকি পৰ্ব সামান্য বহলাই ক'লে, 'ই মোৰ লগৰে দেউতা, পঢ়া-শুনাতো ই চোকা আছিলে, তৃতীয় শ্ৰেণীৰ পৰাই ঘৰৰ অৱস্থাৰ কাৰণে ইস্কুল বাদ দি গুচি আহিছে।'

মালিকৰ মৰম লাগিল হ'বলা, দোকানত নাৰাখি পনকক নগৰতে থকা জীয়েক-জোঁৱায়েকৰ ঘৰলৈ পঠালে।

জীয়েক-জোঁৱায়েক দুয়ো কলেজৰ অধ্যাপক-অধ্যাপিকা। শান্ত-শিষ্ট মানুহ। স্কুলীয়া ল'ৰা-ছোৱালী এহালেৰে সুখী সংসাৰ।

অধ্যাপকৰ পৰিয়ালে পনৰুক মৰমেৰে তেওঁলোকৰ মাজত ঠাই দিলে। অধ্যাপকে পঢ়া-শুনা পুনৰ আৰম্ভ কৰাৰ বাবেও পনৰুক উৎসাহ যোগালে — 'অহা বছৰ তোক নাইট স্কুলত নাম লগাই দিম, তই আকৌ পঢ়িবি।'

পনৰুৱে এই প্ৰথম পৃথিৱীত ভাল মানুহো থকাৰ উমান পালে। অধ্যাপকৰ ঘৰৰ পৰিৱেশত তাৰ নতুন জীৱন এটা পোৱাৰ দৰে লাগিল। ক'ত শিক্ষা-দীক্ষা আৰু ভাল ভাল কথাৰে ভৰা এইখন ফুলনি হেন অধ্যাপকৰ ঘৰ, আৰু ক'ত সেই পানীভঙাচুকৰ চুলাই মদৰ ঘাটিত পোত গৈ থকা পিটনি হেন সিহঁতৰ ঘৰ!

নগ্ন দাৰিদ্ৰ্য, ভোকৰ কান্দোন, লেতেৰা, ধোঁৱাময়-দুৰ্গন্ধময় চাৰিবেৰৰ মাজত চিঞৰ-বাখৰ, অসভ্য হাই-কাজিয়া —নিজৰ ঘৰখনৰ সেই পৰিৱেশটোৰ কথা মনত পেলাই পনৰুৱে অধ্যাপকৰ পৰিয়ালটোৰে গম নোপোৱাকৈয়ে তেওঁলোকৰ ওচৰত লজ্জাবোধ কৰিলে। নিজৰ ঘৰখনৰ লগত অধ্যাপকৰ ঘৰখন ৰিজাই পনৰুৰ নিজৰ বেমাৰী বাপেক, দুৰ্দশাগ্ৰস্তা মাক আৰু কণমাণি ভায়েকটোৰ প্ৰতিও এক ধৰণৰ ঘৃণা উপজিল। অহৰ্নিশে তাৰ মূৰত এটা কথাই খুচি থাকিল — সিহঁতৰ ঘৰবোৰত দেখা সেইবোৰ জীৱনৰ কোনো অৰ্থ নাই, নগ্ন আৰু উন্মুক্ত সেইবোৰ জীৱনত কেৱল ভোক, দাৰিদ্ৰ্য আৰু বিপদৰ কথাৰ বাহিৰে আন একো কথাই আহি সোমাবহি নোৱাৰে। তথাপি অধ্যাপকৰ ঘৰত খোৱা-বোৱাৰ আৰামখিনি পোৱাৰ লগে লগে তাৰ ঘৰখনলৈ চাঁতকৈ মনত পৰে।

'ছাৰ, চাহ দোকানত টিংৰাইক খবৰ এটা দিব পাৰিলে ভাল আছিল। চাহ-দোকানত গাঁৱৰ কাৰোবাক মাজে মাজে টিংৰাইয়ে পায়। আমাৰ মাক ক'ব লাগে মই খুব ভালকৈ আছোঁ।' পনৰুৰ কথাবাৰ শুনি অধ্যাপকৰ কিবা এটা চেনেহ জাগিল। তাৰ লগত পানীভঙাচুকৰ বিষয়ে বহলাই কথা পাতিলে তেওঁ।

'আমাৰ লগৰ টিংৰাই. বাপন, উগ্ৰহঁত আগতেই টাউনলৈ আহিল ছাৰ। টিংৰাই চাহদোকানত সোমাল. বাপন কোনোবা ঠিকাদাৰৰ লগত আছে বোলে, উগ্ৰই হেনো বাছৰ হেণ্ডিমেন শিকি আছে। সিহঁতকৈ ডাঙৰ আন কোনোবা কোনোবাও আগতে টাউনলৈ আহিছে। কেইটামান ৰিক্সাৱালাও হৈছে বোলে। ফুলকণ, কুসুমহঁতৰো ছাৰ, টাউনলৈ গুচি অহাৰ ইচ্ছা, সুবিধা নাপায় দেখিহে।'

'কিয়, স্কুল বাদ দিয় কিয় তহঁতে?'

'উপায় নাই ছাৰ, স্কুলত দিনটো কটালে ঘৰত কাম কৰিব কোনে? মদৰ ভাটীত কাম বহুত থাকে। মাইকীবোৰে বনায়। চাউলৰ যোগাৰ, গুড়ৰ যোগাৰ, বাখৰৰ বাবে আকণপাত, বিহঢেকীয়াৰ পাত এইবোৰ যোগাৰ ডাঙৰ মতাবোৰে কৰে। কিন্তু খৰি যোগাৰ কৰা, কলপাত কাটি দিয়া, হাৰি, ডেক্সি, প্লাষ্টিকৰ জাৰিকেন, পাইপ এইবোৰ ধুই পখালি দিয়া আৰু তাৰ পাছত মদ খাবলৈ অহাবোৰক ইটো সিটো দি আলপৈচান ধৰা— এইবোৰ সকমখাই কৰিব লাগে।'

পনৰুৰ কথাবোৰ শুনি অধ্যাপক মৌন হৈ গ'ল। কেইবাদিনো কথা পাতি অধ্যাপকে পনৰুৰ পৰা পানীভঙাচুকৰ বিশদ তথ্য ল'লে। আচৰিত হৈ অধ্যাপকে পত্নীক ক'লে, '.....এইবোৰ মানুহৰ জীৱন এইদৰেই আমাৰ ওচৰতে ইমান নিঃশব্দে জহি-খহি নোহোৱা হৈ যাব লাগিছে, অথচ কাৰোৰেই কাণসাৰ নাই।' অধ্যাপকৰ সাংবাদিক ভতিজাক এটাৰ জৰিয়তে এই সম্পৰ্কে সাপ্তাহিক কাকতত ধাৰাবাহিকভাৱে দুটা প্ৰতিবেদনো ওলাল।' অধ্যাপকৰ ঘৰৰ পৰাই পানীভঙাচুকৰ খবৰ লাহে লাহে গুৰুত্বপূৰ্ণ দুই এক ঠাইলৈ বিয়পি গ'ল। এই সম্পৰ্কে স্থানীয় ৰাজনৈতিক মহলত চৰ্চাও চলিল। আৰু এটা সময়ত 'মাতৃ মঙ্গল সংস্থা' সমাজ সেৱাৰ বাবে পানীভঙাচুকত সদলবলে সোমাই পৰিলগৈ।

'জোৰ জবৰদস্তি কৰি, পুলিচৰ উৎপীড়ন চলাই মানুহখিনিক চুলাই মদ নামৰ এই সামাজিক অভিসম্পাতৰ পৰা আঁতৰাই অনা সহজ নহয়।', 'মাতৃ মঙ্গল সংস্থা' ই প্ৰচাৰ মাধ্যমৰ ওচৰত ঘোষণা কৰিলে, 'সহজ সৰল গৰীব মানুহখিনিক বুজাব লাগিব। কুফল কি কি অন্তৰৰ পৰা বুজিব পাৰিলে মানুহে নিজেই নিজকে শুধৰাব, চাই থাকিব আপোনালোকে।'

পানীভঙাচুকৰ মানুহখিনিয়ে কৌতূহলেৰে লক্ষ্য কৰিলে চাফা, ধুনীয়া কাপোৰ-কানি পিন্ধা, ছবিত দেখাৰ দৰে নিমজ গাল-মুখৰ মাইকী মানুহ কিছুমান আহি সিহঁতৰ গাঁৱত সোমাইছে। বেয়া ৰাস্তা, চুলাই মদৰ গোন্ধৰ লগতে গোবৰ-জাবৰ আৰু পেলনীয়া বস্তুৰ গোন্ধ মিলি হোৱা দুৰ্গন্ধ- এইবোৰ অসুবিধাৰ বাবে তেওঁলোকে ঘৰে ঘৰে নুঘূৰি এঠাইত গছৰ তলত মানুহবোৰ গোটাই লৈ কেইবাদিনো অনেক কথা বুজালে।

মতাবোৰে সমুখত থিয় হৈ মূৰ জোকাৰি হয়ভৰ দি শুনিলে। মাইকীবোৰে পিছফালে থিয় হৈ নিজৰ মলিয়ন চাদৰবোৰ মুখত লৈ শুনিলে।

'চোৱা, তোমালোক মতা মানুহবোৰে মদৰ ব্যৱসায়ৰ নামত দিনটো শুই বহি কটাই দিয়া, মতাবোৰে নিজেও পুৱাৰ পৰাই মদত ডুবি থাকা। কাম-কাজ নাই, ল'ৰা-ছোৱালীৰ শিক্ষা-দীক্ষাৰ প্ৰতিও কোনো কাণসাৰ নাই', লগে লগে আন এগৰাকীয়ে ধৰে, 'তোমালোকৰ মতা মানুহবোৰৰ অনেকৰে অকাল মৃত্যু হয়, তাৰ পিছত তোমালোকৰ ল'ৰা-ছোৱালী সমাজৰ একেবাৰে তলখাপৰ জীৱ হৈ জীয়াই থাকে। বহুতো শেষত গৈ দাগী আচামীও হোৱা দেখা যায়', তৃতীয় এগৰাকীয়ে লগতে যোগ দিয়ে, 'বহুতৰ ক্ষেত্ৰত মতাবোৰৰ মৃত্যু হোৱাৰ পিছত তিৰোতাবোৰ বেয়া মানুহৰ পাল্লাত পৰি নষ্ট চৰিত্ৰৰ হোৱাও দেখা গৈছে।' শেষত তেওঁলোকে কয়, 'এইবোৰ তোমালোকে ততালিকে এৰিব লাগে, এৰি কামত ধৰিব লাগে।'

'কাম?', মতা-মাইকী সকলোৱে আচৰিত হৈ প্ৰায় খোলাখুলিকৈয়ে সোধে, 'ক'ত আছে কাম? কোনে দিব কাম?'

'আমি দিম কাম, ৰ'বা, তোমালোকে ধৈৰ্য ধৰি শুনা। মাত্ৰ ত্ৰিছ ঘৰ মানুহ আছে এই কণমানি অঞ্চলটোত। চাৰি-পাঁচ ঘৰৰ বাৰী-মাটি কিছু আছে। ছয়-সাত ঘৰৰ কোনোবা নহয় কোনোবাই টাউনত সৰু-সুৰাকৈ হ'লেও কিবা এটা কৰি আছে। সোতৰ-ওঠৰঘৰ মানুহৰ অৱস্থা একেবাৰে বেয়া। তেওঁলোকৰ একোজনক সদ্যহতে আমি সাময়িকভাৱে কিবা এটা ৰোজগাৰৰ উপায় উলিয়াই দিম। আমাৰ সংস্থাৰ অধীনত উন্নত পদ্ধতিৰ মীন পালনৰ এটা প্ৰকল্প আন এখন ঠাইত চলি আছে। টাউনৰ মহিলা সমিতিত আমাৰ ফালৰ পৰা দহখন তাঁতশাল চলাই থকাও হৈছে। সদ্যহতে কৰ্মক্ষম মতামানুহ থকা ঘৰৰ একোজন আমাৰ মীন পালন আঁচনিত সাময়িকভাৱে বনুৱাৰ কামত সোমাব পাৰিবা। দৰমহা হিচাপে নহলেও চলিব পৰাকৈ কিবা অলপ দিয়া হ'ব। মতা মানুহ নথকা ঘৰবোৰৰ মাইকী মানুহ গৈ নগৰত মহিলা সমিতিত এবেলা এবেলা কাম কৰাৰ ব্যৱস্থা কৰি দিয়া হ'ব। সাময়িকভাৱে তোমালোকে খোপনি এটা লোৱাৰ পিছত লাহে লাহে তোমালোকে নিজৰ ব্যৱস্থা নিজে কৰিব পাৰিবা।'

সেইমতেই কামো আগবাঢ়িল। দেখাক দেখি একাদশী কৰিবলৈ স্থানীয় ৰাজনৈতিক শিবিৰো জাগ্ৰত হোৱাত গ্ৰাম্য উদ্যোগৰ আঁচনিত পানীভঙাচুকৰ এটা নে দুটাই বেংকৰ পৰা ঋণ মঞ্জুৰীও পালে।

পানীভঙাচুকত এক আলোড়ন জাগিল। আবু, পল্টু, মনোৰ দৰে দুই এটাৰ বাহিৰে বাকীবোৰে নতুন আশাৰে কামত আত্মনিয়োগ কৰিলে। সিহঁতে নিজৰ মনতে ক'লে — পৰিয়ালটোৱে খুটি খাব পৰা ব্যৱস্থা এটা থাকিলে মদৰ খোলাত লেটি লৈ, ভদ্ৰসমাজৰ গঞ্জনা খোৱাৰ লগতে লাহনৰ পাৰ্টিৰ বুট জোতাৰ গোৰ খাবলৈ কাৰ চুটখৰে খাইছে!

পনৰুৱে বাপেকক টাউনলৈ নি চিকিৎসা কৰাম বুলি ভাবি থাকোতেই বাপেক ঢুকোৱা খবৰটো আহিল। অধ্যাপকে পইচা-পাতি দি তাক লগে লগে পঠিয়াই দিলে।

বাপেকটো মৰাৰ লগে লগে মাকৰ মনত যেন ৰাতিটোৰ ভিতৰতে পনৰু ডাঙৰ ল'ৰা হৈ গ'ল। সি লগত অনা পইচাৰেই সকাম-নিকাম যিকণ হয় কৰি অটোৱাৰ পাছত মাকৰ মনত যেন তাৰ বয়স কমেও দহ-বাৰ বছৰ বাঢ়ি গ'ল।

সকাম-নিকাম শেষ কৰাৰ পাছত মাক শৈলবালাই তাক সুধিলে, 'গাঁওখনলৈ শুধৰণি আহিছে, দেখিছই! এতিয়া তই সংস্থাৰ কামত বনুৱা হিচাপে খাটিবলৈ যাবি, নে অধ্যপকৰ ঘৰত চাকৰ খাটিবলৈ যাবি? ময়োতো এতিয়া অকলশৰীয়া হ'লোঁ!'

'অধ্যাপকে মোক চাকৰ বুলি নাভাবে মা, মই এইবাৰ নাইট স্কুলত নাম লগাইছোঁ। কেইমাহমান ৰ, মই ছাৰক কৈ বেলেগ ঘৰ এটা লৈ তইঁত দুয়োকো লৈ যাম, ভাইটিক তাতে ইস্কুলত নাম লগাই দিম। সি বহুত পঢ়িব লাগিব, মই ভাবি থৈছোঁ!', মাকে কেৱল হুমুনিয়াহ এটা কাঢ়ি মনে মনে থাকিল।

ইয়াৰ কিছুদিন পিছতো শৈলবালাই পনকক দুবাৰমান খবৰ দিছিল - 'কিবা এটা কৰ। মই অকলে এইদৰে থাকি কিমান যুঁজ দিম?', পনকৰে কেৱল কেইটামানমাহ যেনেতেনে মাকে পাৰিব বুলি মনতে ভাবি লৈ পৰিকল্পনা কৰি গ'ল।

'মাতৃ মঙ্গল সংস্থা'ই সকলোৰে প্ৰশংসা বুটলিবলৈ সক্ষম হৈছে। পানীভঙাচুকত ঘৰে ঘৰে চলি থকা চুলাই মদৰ খোলা মানুহবোৰে পৰিহাৰ কৰাৰ খবৰ স্থানীয় বাতৰি হিচাপে ডাঙৰ হৰফেৰে কাগজত ওলাইছে। ৰাজনৈতিক নেতাৰো নাম আৰু প্ৰচাৰ হৈছে। ইলেক্‌চন খেলাৰ বিষয়বোৰৰ তালিকাত কিমান নম্বৰত কথাটো সোমাব তেওঁলোকে মনতে হিচাপ কৰি পেলাইছে। ৰাজনৈতিক নেতা-মন্ত্ৰীৰ লগত 'মাতৃ মঙ্গল সংস্থা'ৰ সঘন আলোচনা আৰু সহজ উঠা-বহা সাংবাদিক মেলৰ পাছতে সহজ হৈ পৰিছে। আনহে নালাগে গীৰ্জাৰ ফালৰ পৰা কোনোবা বিষয়ববীয়াও 'মাতৃ মঙ্গল সংস্থা'ৰ লগত এই বিষয়ে আলোচনাৰ বাবে কেইবাবাৰো আহি ওলাইছে।

'মাতৃ মঙ্গল সংস্থা'ৰ ভিতৰ চ'ৰাত সকলোৱে আশা কৰিলে— এইবাৰ তেওঁলোকে ডাঙৰ অভিলাষী আঁচনি ললেও চৰকাৰৰ পৰা ধন আবণ্টনৰ সমস্যা ন'হব। আগৰ মীন পালন আৰু আন দুই এটা আঁচনিৰ বাকী থকা পইচাও সোনকালে পোৱাৰ আশা দেখা গ'ল।

কিন্তু দুমাহ। মাথোঁ দুমাহ লাগিল ধান খেৰৰ জুইৰ দৰে এই ভাল কামৰ প্ৰচাৰবোৰ নুমাই চেঁচা পৰিবলৈ।

'হেৰা, এইটো কি লেঠা লগাই ল'লাহে?', 'মাতৃ মঙ্গল সংস্থা'ৰ কোষাধ্যক্ষা গৰাকীয়ে চেক্ৰেটাৰীৰ আগত প্ৰকাশ্যেই ক'লে, 'পানীভঙাচুকৰ মদ নিবাৰণীত মাহে বিছ হেজাৰবো ওপৰ লাগে দেখোন এতিয়া আমাক! মুখেৰে উৎসাহ চবেই দিছে, ক'ৰো পৰা এপইচাও অহা নাই কিন্তু! কেন্দ্ৰীয় চৰকাৰে নতুন আঁচনিৰ ক্ষেত্ৰত এন, জি, অ', বুলি ক'লেই হাজাৰটা নিয়ম উলিওৱা আৰম্ভ কৰিছে। এইদৰে কেনেকৈ কি কৰা তোমালোকেহে জানা'

'নাই আমিতো স্থায়ীভাবে একো দায়িত্ব লোৱা নাই, কেৱল আৰম্ভণিতে খোপনিটো লবৰ বাবে কিবা অকণমান সহায় কৰিহে দিছিলোঁ! পইচা নাহিলে আমি সিহঁতক ক'ৰ পৰা দিম? সিহঁতে নিজৰ ব্যৱস্থা নিজেই কৰিবই লাগিব'— সংস্থাৰ প্ৰায়ভাগ সদস্যাই একেমুখে কোবাকুই আৰম্ভ কৰিলে।

প্ৰথম দুটা মাহ পইচা পোৱাৰ পিছতে অস্থায়ী বনুবাবোৰে পইচা নোপোৱা হ'ল। সূতাৰ অভাৱত তাঁতশালৰ কামতো বিজুতি ঘটিল। আগৰ বোৱনীকেইজনীৰে বহি থাকিবলগীয়া অৱস্থা, পানীভঙাচুকৰ পৰা নতুনকৈ যোৱা বোৱনীয়ে সুবিধা পায় ক'ৰ পৰা?

আবুৰ ঘৰৰ মদৰ খোলাত পল্টু, মনো আৰু আন দুটামানৰ সৰস আলোচনা চলিল — 'ঐ, পানীভঙাচুকৰ মতা-মাইকীবোৰে পইচা নাপাই মহিলা সমিতিৰ কামৰ পৰা এটা দুটাকৈ ঘূৰি আহিছে বোলে?' — 'ওঁ, লেকচাৰ মাৰি যোৱা মাইকীবোৰে লেকচাৰ দিয়ে, পইচা নিদিয়ে বোলে!', পল্টুৱে আবুৰ প্ৰশ্নৰ উত্তৰ দি হাঁহি এটা মাৰিলে। মনোৱে যোগ দিলে, 'বেংকৰ ল'ন পোৱা কেইটায়ো হেনো হাতত টকা নাপালে, মাটি বন্ধকী লাগে বোলে বেংকক। চালা, বালিৰে পোতখোৱা একচনীয়া মাটিৰ বন্ধকী কোনে ল'ব?', আবুৱে হাঁহিৰ মাজেৰেই সমিধান দিলে, 'চালা, বালিৰ বন্ধকী লাগে বুলিলে দিব, মাটিৰ বন্ধকী বুলিলে কি দিব?'

অট্টহাস্যত উত্তাল হৈ পৰা আবুৰ ঘৰৰ মদৰ ভাটীৰ পৰা ওলোৱা বতাহজাকে ওচৰ-পাজৰৰ ঘৰবোৰো পুনৰ নিঃশব্দে চুই গ'ল। 'চাকৰি নাই-বাকৰি নাই, খেতি-বাতি, ব্যৱসায়ৰ কোনো ৰাস্তা নাই, দুপইচা আমদানি কৰি বাচিবৰ বাবে হে'ৰ কি কৰ এতিয়া?' — ঘৰে ঘৰে উঠা এই প্ৰশ্নৰ উত্তৰ দিব পৰা মানুহবোৰ বহু দূৰত, পানীভঙাচুকৰ মানুহে ঢুকি পোৱাৰ বাহিৰত।

আগৰ বেয়াটো গুচি এতিয়ানো কিটো ভাল হ'ল বুজি নোপোৱা মানুহবোৰে, মদ বিকিবলৈ এৰি বিকল্পৰ অভাৱত জুৰুলা হোৱা নিঃস্ব মানুহবোৰে, হতাশাই কাবু কৰা অৱস্থাত পৰিস্থিতিৰ লগত আপোচ কৰিবলৈ আগবাঢ়ি আহিল। ঘৰে ঘৰে চুলাই মদ বনোৱা সা-সঁজুলিবোৰ জাৰি-জোকাৰি, মেৰামতি কৰি পুনৰ প্ৰতিষ্ঠা কৰা হ'ল।

অধ্যাপকৰ ল'ৰাৰ মেট্ৰিক পৰীক্ষাৰ বাবে গোটেই ঘৰখনেই ব্যস্ত হৈ পৰিছে। পনকৰ ব্যস্ততাও সেয়ে আগতকৈ অনেক বেছি হৈছে। তেনে সময়তে শৈলবালাই পনকলৈ পাকত পাকে খবৰ পঠিয়ালে— হয় সি আহক, নহয় মাকক লৈ যাওক। মদাহীৰ ঠাইত মতা-মানুহ কোনোবা এটাৰ আশ্ৰয় নাথাকিলে নিজৰ ঘৰতো তিৰোতাৰ পদে পদে বিপদ। এই সময়ত মাকক অনাৰ কথাক লৈ ছাৰক আমনি কৰা ঠিক ন'হ'ব বুলি ভাবি পনকৰে দুমাহমান ৰ'বলৈ মাকক খবৰ দিলে।

কিন্তু পনকৰে মাকৰ খবৰত আচৰিতো হ'ল। মদাহীৰ জাগা? নিজৰ ঘৰতো তিৰোতাৰ বিপদ? পানীভঙাচুকৰ ঘৰে ঘৰে মদৰ কাৰবাৰ আছিল যদিও এতিয়াতো ই মদাহীৰ জাগা হৈ থকা নাই। নিজৰ ঘৰতে বিপদ বুলি ভাবিবলৈ তাৰ মাকতো ইমান দুৰ্বল নাছিল। টিংৰাইয়ে শেষত তাক বিস্তাৰিত ৰূপত পানীভঙাচুকৰ বুকুত সদ্যহতে ঘটা ঘটনাৱলীৰ বিৱৰণ দিলে। — 'বুইছ পনক, ডেৰমাহমান আগতে মই গৈছিলোঁ। গোটেইখন আকৌ আগৰ দৰে হৈ পৰিছে। মদৰ ভাটি, কোৰ্হল, গালা-গালি, মৰা-মৰি। মদৰ কাৰবাৰতো আগতেও চলিছিল আমাৰ তাত। কিন্তু এইবাৰ দেখিলো মানুহবোৰ কিবা জেদত লগাদি লাগিছে। আবু, পল্টুৰ দৰে দগাবাজকেইটাৰ কথাবোৰত গোটেইখনে আগবাঢ়ি আহি হয়

হয় কোৱা আৰম্ভ কৰিছে। ঠগীহঁতৰ ঘৰত, কুসুমহঁতৰ ঘৰত বহুতকে পালো, চবৰে এটাই কথা— চালা, ভাল মানুহ হ'বলৈ গৈ যদি পো-পোৱালিৰে কেলঢোপ, কেলঢোপকৈ থাকিব লাগে, তেন্তে বেয়া মানুহ হোৱাই ভাল।'

'আমাৰ মাক পাইছিলি নেকি?'

'ওঁ, তহঁতৰ পিতাই ঢুকুৱাৰ পৰা মাৰে মদ বনোৱা নাই। মাজে মাজে হেনো লোকৰ তাতে কাম কৰি দিয়ে।'

কিবা এক ধৰণৰ স্বস্তি আৰু লগতে কৃতজ্ঞতাৰ প্ৰকাশতহে যেন পনৰুৰ দীৰ্ঘশ্বাস এটা ওলাই আহিল।

পৰীক্ষা শেষ হোৱাৰ পিছতে অধ্যাপকে পৰিয়াল লৈ বিহুদিনমানৰ কাৰণে পনৰুক ঘৰৰখীয়া থৈ অসমৰ বাহিৰলৈ ফুৰিবলৈ গ'ল। পনৰুৱে মাক আৰু ভায়েকটোক অনাৰ কথাটো ঘূৰি আহি কিবা এটা কৰিম বুলি তেওঁ কৈ গ'ল।

মাজতে এবাৰ টিংৰাই পনৰুৰ তালৈ অহাত পনৰুৱে উৎকণ্ঠাৰে গাঁৱৰ খবৰ ল'লে। টিংৰাইয়ে এইবাৰ দুখ লগা খবৰ কিছুমানহে দিলে। গাঁৱত হেনো আজিকালি মদৰ কাৰবাৰ বাঢ়ি গৈছে। অচিনাকি, বিজতৰীয়া মানুহৰ সোঁত হেনো আগতকৈ বহুত বেছি হৈছে। আগৰ পুৰণা মানুহবোৰৰ বহুতকে হেনো তাৰ অচিনাকি যেনেই লাগিল। দুটামানে হেনো গহীন হৈ টিংৰাইক ক'লে— 'চালা, বেয়া মানুহ যদি হ'বই লাগে একেবাৰে গভাইত হোৱাই ভাল।', মাতটো সৰু কৰি পনৰুৰ কাণৰ কাষলৈ মুখখন আনি টিংৰায়ে খবৰ দিলে — 'আগতে চবেই ভাল বুলি জনা দুজনীমানৰ কথা শুনিলো, মদাহীৰ লগত আজিকালি খোলা-খুলিকৈয়ে ধান্দাবাজি আৰম্ভ কৰিছে হেনো।'

স্তব্ধ, বিষণ্ণ পনৰুৱে অপলক দৃষ্টিৰে কেৱল টিংৰাইৰ মুখলৈ চাই থাকিল। পনৰুৰ চাৱনিটোত নিজৰ ঘৰখনৰ খবৰ এটাৰ বাবে সি উৎকণ্ঠিত বুলি টিংৰাইয়ে ধৰিব পাৰিলে।

গলহেঁকাৰি এটা মাৰি সি মাথোঁ ক'লে— 'মাৰে হেনো আকৌ ঘৰতে মদ বনাব বুলি ঠিক কৰিছে। তোৰ ওপৰত খং আছে হ'বলা, মোক ক'লে, 'তাক কৈ দিবি, তাৰ সময় নাই যেতিয়া মই নিজৰ ব্যৱস্থা নিজেই কৰাৰ বাট উলিয়াই ল'ম, সি এতিয়া নাহিলেও হ'ব।'

বুকুত যন্ত্ৰণাৰ খোচটো লৈয়ে, পনৰুৱে মুখখন ঘূৰাই অবাধ্য চকুপানীখিনি টিংৰাইৰ পৰা লুকুৱাবৰ চেষ্টা কৰি হিচাপ কৰিলে— এমাহ, আৰু কমেও এমাহ আছে মাকৰ ওচৰত হাজিৰ হ'ব পৰাকৈ আজৰি হ'বলৈ।

পানীভঙাচুকৰ ঘটনাবোৰে পনৰুৰ বুকুত যিদৰে হাতুৰীৰ কোব মাৰিলে, তাৰ আঘাতত তাৰ বুকুখন যেন ভিতৰি চাৰিফাল হ'ল। পানীভঙাচুকৰ চেপাত পৰি পনৰুৰ বুকুত যেন মদৰ ভাটিৰ জুইকুৰাৰ দৰে জুই একুৰা দিন-ৰাতি ছেদভেদ নোহোৱাকৈ জ্বলিবলৈ লাগিল।

শেষত সকলোফালে জোৰা মাৰি পনৰু এদিন পানীভঙাচুকলৈ পুনৰ আহিল। আশা উৎসাহত ওৰে বাটতো তাৰ মুখখন পোহৰ হৈ আহিল। ইতিমধ্যেই সি অধ্যাপক ছাৰৰ লগতো কথা পাতিছে। ছাৰে দৰমহাও অলপ বঢ়াই দিব আৰু মাককো লাচনি-পাচনি কামত নিজৰ ঘৰতে লগাব বুলি কথা দিছে। টাউনতে চালিঘৰ এটা ভাড়াত ল'লে গাঁৱৰ ঘৰটো কি কৰা যাব তাৰ সবিশেষ আলোচনা কৰি সি এইবাৰ উভতি যাব আৰু কেইদিনমানৰ ভিতৰতে সকলো ঠিক-ঠাক কৰি মাক আৰু ভায়েকক লৈ যাবহি। ভায়েকৰ স্কুলৰ কথাটোও ছাৰৰ লগত পতা হৈ গৈছে তাৰ।

বাছৰ পৰা নামি পানীভঙাচুকলৈ সোমাওঁতেই বাটতে ঠগীক পালে পনৰুৱে। তাতকৈ এবছৰ কি দুবছৰ ডাঙৰ ঠগী দেখাত ডাঙৰ মানুহৰ দৰে হৈ গৈছে।

'কি অ' ঠগী, আকৌ বোলে চাৰিওফালে চুলাই মদৰ কাৰবাৰ আৰম্ভ হ'ল?'

ঠগীয়ে খন্তেক পনৰুৰ মুখলৈ চাই থাকি ক'লে, 'হুঃ! বাচিলে মদ বিকিয়েই বাচিব লাগিব আমি, আৰু মৰিলেও মদৰ ওপৰত মুখ থেকেচা খায়েই মৰিব লাগিব!', পনৰুৱে গম পালে এয়া সি তাৰ বাপেকৰ পৰা শুনা কথা। বাটতে কুসুমৰ বাপেক-মাকহালক আহি থকা পালে। 'অ' পনৰু, তই হেনো টাউনীয়া বাবু আজিকালি? সময়েই নাই বোলে তোৰ?', কথাৰ সুৰটোতে পনৰুৱে গম পালে বুঢ়া চুলাইৰ আবেশত আছে। সি একো উত্তৰ নিদিলে। বুঢ়াই অন্যমনস্ক হৈ কোৱাৰ দৰে পুনৰ ক'লে —'পিছে এইবাৰ ঠিক হৈ গৈছে, ৰংচঙীয়া মানুহৰ ৰংচঙীয়া কথাত আৰু কোনো ভোল নাযায়। তইঁতৰ মাৰেও সেইটোক লেউ-সেউ কৰি দিছে। তালাচীৰ নামত পাৰ্টী লৈ আহি ঘৰে ঘৰে খোঁট মাৰিব নোৱাৰাকৈ তাৰ বিষঁদাত উভালি পেলাইছে বাপ্পেকে!' বুঢ়ীয়ে গিৰীয়েকক ভেকাহি মাৰি উঠিল, 'হেই, কি আবোল-তাবোল ল'ৰাটোৰ আগত বকিবলৈ আহে? — যা, পনৰু তই গৈ থাক!'

ইতিমধ্যেই পানীভঙাচুকলৈ বিষণ্ন সন্ধিয়াটো লাহে লাহে গধূৰ খোজেৰে নামি আহিবলৈ লৈছিল।

নিজৰ ঘৰৰ পদূলিমুখত পনৰু ৰ'লগৈ। ভেটা-কোটা নথকা কণমানি চৌহদটোৰ মাজতে দুফালে দুটা দীঘলীয়া কোঠাৰ সমুখত থকা পথলীয়া কোঠাটো সিহঁতৰ বহা কোঠা। সোঁফালে থকা দীঘলীয়াটোৰ পিছৰডোখৰ পাকঘৰ, আগফালৰডোখৰ ভাতীখানা, বাওঁফালৰ দীঘলীয়াটো শোৱনী কোঠা। সমুখৰ বহা কোঠাটোৰ দুৱাৰ খিৰিকী খোলা থাকিলে শোৱনী কোঠালৈ ওলোৱা-সোমোৱা দেখা পোৱা যায়।

পদূলিমুখত পনৰুৱে ভায়েকটোক বাণ্ডাৰ ফালে পিঠি দি মাটিতে বহি আপোনমনে খেলি থকা দেখা পালে। সি মৰমেৰে একে ঠাইতে বৈ ভায়েকটোলৈ চালে। ন বছৰীয়া যদিও পিছফালৰ পৰা তাক ডাঙৰ যেন লাগে। টাউনৰ স্কুললৈ ভাল কাপোৰ-কানি, জোতা-মোজা পিন্ধি সি যেতিয়া যাব, তাক আৰু ডাঙৰ যেন লাগিব।

ভায়েকটোৱে এপাকত পনৰুক দেখা পাই ভূত দেখাৰ দৰে ক্ষন্তেক ৰ'ল আৰু ঘৰলৈ লৰ মাৰিলে। পনৰুৱে অবাক হৈ দেখিলে ভায়েকে দৌৰি গৈ বহা কোঠা পাৰ হৈ বাওঁফালৰ শোৱনী কোঠাৰ বন্ধ দুৱাৰত ঢকিয়াইছে।

'মা, পনৰু ককাইদেউ আহিছে, পদুলিমুখ পালেহি —পদুলিমুখত — পনৰু ককাইদেউ — মই ক'লো কিন্তু —', ভায়েকটোৰ ভয়াৰ্ত কণ্ঠ আৰু অস্থিৰ অৱস্থাটো দেখি পনৰুৰ বুকুখন কিবা এক অজান আশংকাত ধপ্‌ধপাই উঠিল।

ভিতৰৰ কোঠাৰ দুৱাৰখন খোল খোৱাত কানি-মুনি পোহৰত সাউতকৈ মানুহ এজনী পিছফাললৈ গুচি যোৱা দেখা গ'ল। খোজটোতে সেইজনী মাক বুলি পনৰুৱে ধৰিব পাৰিলে। কেইমুহূৰ্তমানৰ পাছত কোনোবা এটা কোঠাটোৰ পৰা ওলাই সমুখৰ বহা কোঠাটোলৈ আহি পনৰুৰ চকুৰ পৰা আঁৰ হ'ল।

কাণ-মূৰ ভমভমাই থকা অৱস্থাত 'পনৰু বহা কোঠাটোলৈ সোমাই গৈ আধা আন্ধাৰ আধা পোহৰৰ মাজতে দেখিলে চিভিল ড্ৰেচত অহা পুলিচ ইন্সপেক্টৰ লাহনে ভগা নালৰ চকীত বহি থৰক বৰককৈ চোলাৰ বুটাম মাৰি আছে। ভাগৰুৱা মানুহটোৰ চুলি অবিন্যস্ত।

'অ' পনৰু! সেয়েহে ককায়েকক দেখি ইমান উত্ৰাৱল হৈছে ই!', চুলিখিনিত ফণি মাৰি মাৰি লাহনে পুনৰ ক'লে, 'পিছে হঠাৎ খবৰ-খাতি নিদিয়াকৈ আহি ওলালিহি যে?'

নিৰ্বাক-নিস্পন্দ হৈ পনৰুৱে খন্তেক সময় লাহনলৈ একেথৰে চাই থাকিল। তাৰ পিছত অসুস্থ মানুহৰ দৰে সেহাই সেহাই এটা এটাকৈ তাৰ মুখেৰে ওলাল, 'এইবাৰৰ পৰা খবৰ-খাতি দিয়েই আহিব লাগিব!'

চাৰিওফালৰ চুলাই মদৰ ক্ষেত্ৰখনৰ মাজত মদ নোখোৱাকৈয়ে নিচাগ্ৰস্ত হোৱা পনৰু একে ঠাইতে বহু সময় ধৰি থিয় হৈ থাকিল। সেইদৰে থাকিয়েই পানীভঙাচুকৰ আন অনেকৰ দৰেই পাৰলৈ উঠিব খুজিও কিহবাৰ কৰাল গ্ৰাসত টুপুককৈ পানীত পৰা তাৰ মাক শৈলবালাৰ মুখখন এবাৰ চাবলৈ তাৰ এক অস্বাভাৱিক হাবিয়াস জাগ্ৰত হ'ল।❑❑

[নতুন সময়' পত্ৰিকাৰ বিশেষ গল্প সংখ্যা, ছেপ্টেম্বৰ, ২০০৩ ত প্ৰকাশিত]

# বৰ্তমান-অবৰ্তমান

-হেল্ল', হয় মই সুনন্দাই .... হেল্ল' -মই সুনন্দা .... হয়, মই নীলমৰ মিচেছে কৈছোঁ,....কি ক'লে? ..... কি? .... কিমান দেৰি হ'ল? ...হ-য়-নে-কি?...... শৌভিক? নাই নেকি তাত?

(ক'ব নোৱাৰাকৈয়ে, এনেকুৱা এটা টেলিফোনৰ সম্ভাৱনাৰ বাবেই অথনিৰে পৰা এই কোঠাটো এৰি, টেলিফোনটোৰ ওচৰৰ পৰা মই আঁতৰিব পৰা নাছিলোঁ নেকি বাৰু? অনুভূতিবোৰ মোৰ আজি কিছুদিন ধৰি ভোটা হৈ আহি আছিল বুলি মই জানো, কিন্তু এতিয়া যে চিন্তা-চেতনা সকলোবোৰ এইধৰণে শিল হৈ পৰিছে, সেয়াহে মোৰ বাবে আশ্চৰ্যকৰ হৈছে। মোৰ একো প্ৰতিক্ৰিয়া হোৱা নাই কিয়? খবৰটো শুনাৰ পিছতো কোনোধৰণৰ অনুভৱৰ জোৱাৰে মোক জোকাৰি পেলোৱা নাই কিয়? নীলমক লগ পাই তাক এৰি আহি ঘৰ পোৱা আঢ়ৈ ঘণ্টা হৈছে মাথোঁ!....মই কি কৰোঁ এতিয়া? শৌভিকো তাত নাই হেনো!...)

-হেল্ল' শৌভিক? অঁ, মই সুনন্দাই কৈছোঁ, শুনিছানে? অঁ, গম পালানে নীলমে কি তামাচাখন কৰি পেলালে? ...নাই, নাই, ধৈৰ্য-চৈৰ্যৰ কথা মোক কোৱাৰ দৰকাৰ নাই, আই এম কোৱাইট কুল, নীলমক লৈ অস্থিৰ হোৱা কেতিয়াবাতে বাদ দি পেলাইছোঁ মই। শুনা, মোক তুমি পিকআপ কৰিব লাগিব, আহি যোৱা .... অঁ, সোনকালে।

(শৌভিক যে নীলম আৰু মোৰ ইমানদিনীয়া বন্ধু —সি ভালকৈ জানে মই কান্দি-কাটি হিয়ালি-জিয়ালি হৈ অস্থিৰ হোৱা ধৰণৰ নহয়। কথা প্ৰসংগত কেতিয়াবা কয়ো — টাফ এণ্ড চাৰমিং, লাইক ইউ ...। তথাপি এতিয়া হয়তো সি এটা ক্ষীণ আশা কৰিছিল — মাতৰ থোকাথুকি বা সামান্য কঁপনি। কিন্তু শৌভিকে যিয়েই নাভাবক, মই শান্ত হৈয়ে থাকিম। নীলম আঁতৰি গৈছে, কাকো নজনোৱাকৈ কোনেও গম নোপোৱাকৈ। জানো, তাৰ নিচিনা প্ৰতিভাবোৰ তেনেকুৱাই হয়। তাৰ দৰে মানুহে আগতীয়াকৈ জনাই সকলো কাম কৰি গ'লে, সকলোতে নিয়ম মাফিক খোজ দিবলৈ গ'লে সি নীলম হোৱাৰ বৈশিষ্ট্য ক'ত থাকিল? ওভোতাই আনিবলৈ চেষ্টা কৰাতো এতিয়া মিছা। আচৰিত লাগিছে। মোক এৰি, বুবলাক এৰি মানুহটো এনেকৈ গুচি যাব পাৰে। তথাপি মানি লৈছোঁ। সি তাৰ খেয়াল-খুচীৰে ইতিমধ্যেই কৰা অনেক অদ্ভুত কাণ্ডৰ লগত যেনিবা আৰু এটা যোগ

হ'ল। বুবলায়ো মানি ল'ব। বাপেকৰ পৰা আঁতৰিব লগা হোৱাত আচৰিত হ'লেও, হতাশ হ'লেও সিও মানি লব।

টেলিফোন কলবোৰেও তৰপে তৰপে নমাই আনি আছে কেৱল শূন্যতা। বনকৰা ছোৱালীক আৰু ফোন আহিলে মই নাই বুলি ক'বলৈ কৈ উঠি ভাবিছোঁ, কিয় বাৰু খবৰটোৱে ইমান শূন্যতা বিয়পাই দিছে? মইতো আজি কিছুদিনৰ পৰা প্ৰায় জানিছিলোঁৱেই নীলম মোৰ পৰা আঁতৰিব, অভিমান কৰি আঁতৰি যাবলৈ সি প্ৰস্তুতি চলাই আছে। এই কেইদিন পৰিয়ালটোৰ মানুহেৰে ঠাহ খাই আছে আমাৰ এই ফ্লেটটো। অথচ তাৰ মাজতো মোৰ বাবে যেন ক্ষণে ক্ষণে নামি আহিছে মৰুভূমিৰ শূন্যতা। নীলমেও দেখোন নিজৰ কষ্ট পাহৰি শান্তভাৱে মোক সুধিছিল - 'ইমানবোৰ মানুহ গোট খাইছে, তোমাৰ চাগে শোৱা-চোৱাত কষ্ট হৈছে!' — 'নাই হোৱা, তোমাৰ লগত শুবলৈ নোপোৱাটোৰ বাহিৰে মোৰ আন কষ্ট একো হোৱা নাই।' কথাষাৰ ধেমালিৰ ছলেৰে ক'লেও আচলতে অন্তৰৰ পৰা কৈছিলোঁ। নীলমৰ লগত শোৱা প্ৰতিটো ৰাতিয়েইতো একো একোটা আপুৰুগীয়া অভিজ্ঞতা। প্ৰত্যেক ৰাতিতে পাৰ হৈ যোৱা দিনটোৰ সমস্ত কথা-কাণ্ডৰ সুগন্ধিখিনি আমি ইটোৱে সিটোৰ ওচৰত লাহে লাহে ঢালি দিওঁ। দুটা ৰাতিৰ মাজৰ ব্যৱধানখিনিত গোট খোৱা সকলোখিনি আব্দাৰ সি মোৰ বুকুত সোমাই কণমানি ল'বাৰ দৰে বিচাৰি ফুৰে, আবেগ-উপভোগৰ শৃংগাৰোহণত নিজে অক্লান্ত হৈ থাকি মোক ক্লান্ত, পীড়িত অথচ সন্তুষ্টিৰে ভৰপূৰ কৰি তোলে। অথচ এতিয়া? মৰুভূমিৰ শূন্যতাৰ সৃষ্টি কৰি সি এইদৰে পলায়ন কৰিছে।....চকুপানীবোৰে দিগদাৰ কৰে, বাৰে বাৰে দিগদাৰ কৰি আছে, নহ'লে এনেই মই ঠিকেই আছোঁ। শৌভিক আহি পাইছে সৌৱা, এতিয়া চকুপানীক দিগদাৰ কৰিবলৈ দিব নোৱাৰি।)

-শৌভিক আহিলা? আহা, অকণমান বহি লোৱা।

- সুনন্দা, এটা কথাতো তুমি ভালকৈ বুজি পাইছা যে নীলমে যি তামাচাই নকৰক, তুমি অসহায় নহয়?

- পাইছোঁ।

- তেনে ঠিক আছে, মই তোমাৰ কাৰণে ভয় নাখাওঁ।

- জানা শৌভিক , নীলমৰ কিছুমান কথা প্ৰফেটিক হৈ পৰিব পাৰে বুলি এটা ভয় মোৰ সোমাই গৈছিল।

- মানে?

- আজি কেইমাহমান ধৰি সি মাজে মাজে নিসংগতা, বিচ্ছেদ এইবোৰৰ ওপৰত কিবা-কিবি ক'বলৈ আৰম্ভ কৰিছিল। সি কৈছিল — সকলোবোৰ বিচ্ছেদেই নিসংগতাৰ দুখ কঢ়িয়াই আনে সঁচা, কিন্তু তাতোকৈয়ো ডাঙৰ যন্ত্ৰণা দিয়ে এই কথাই যে বিচ্ছেদটোৱে

জীৱনৰ অলেখ নতুন নতুন সম্ভাৱনাৰ অপমৃত্যু ঘটালে। আচৰিত হ'বা, এতিয়া সি এইখন কৰিলে, অথচ তেতিয়া কথাখিনি কওঁতেই তাৰ চকু সামান্য সজল হৈ উঠিছিল। মোৰ পৰা লুকুৱাবলৈ ক্ষীণ মিচিকিয়া হাঁহি এটাও মাৰিছিল।

- তুমি কি কৈছিলা তেতিয়া ?

- মই আৰু কি ক'ম ? হাইপাৰছেনছিটিভ মোৰ এই মানুহটোতো কন্ট্ৰাষ্টৰ এটা পাহাৰ। মই যিমানে বুজি নাপাওঁ, সিমানে দেখোন মৰম লাগি আহে মানুহটোলৈ। মৰমত গলি গৈয়ে সোধোঁ, 'তুমি আচলতে বেপাৰী, নে শিল্পী ? বাকীবোৰ বাদ দিছোঁ বাৰু, কিন্তু ব্যৱসায়ৰ হিচাপ-নিকাচৰ লগত কবিতাও একেটা কলমেৰেই কেনেকৈ ওলায় তোমাৰ ?'

- সি কি কয় তেতিয়া ?

- হেঃ, কথাত জানো পাৰিবা ? কয় — 'তুমি যেনেকৈ ব্যস্ত ডাক্তৰ হৈয়ো সময় পালে চেঁতাৰখন হাতত লৈয়েই সংগীতৰ বৰষুণ নমাই আনিব পাৰা', আৰু তোমাৰ কথাও কয়, কয় — 'শৌভিকে যেনেকৈ বুৰঞ্জীৰ অধ্যাপক হৈয়ো ওস্তাদ মেকানিকতকৈ আগতে গাড়ীৰ ইঞ্জিনৰ গণ্ডগোল এটা ধৰা পেলাই দিব পাৰে, তেনেকৈ এইকণ উল্টা-পুল্টা ময়ো মেনেজ কৰিব পাৰোঁ আৰু ! .....

- এৰাহে, ভাবিলে পাগল লাগি যায়, এফালে আৰ্কিটেক্ট ইঞ্জিনীয়াৰ, ব্যৱসায়ী, নিৰ্ভীক পৰোপকাৰী — আৰু আনফালে, হে প্ৰভু, কৈ যোৱা এফালৰ পৰা, কি নহয় ? কবি, গীতিকাৰ, পেইন্টাৰ, ক্ৰিকেট প্লেয়াৰ, প্ৰায় সকলোবোৰ বাদ্যযন্ত্ৰ বজাব পৰা সংগীত শিল্পী, সংগীতৰ জ্ঞানৰো এক অদ্ভুত ভাণ্ডাৰ।

যোৰহাটৰ জাঁজীৰ প্ৰাইমাৰী স্কুলৰ পৰা আৰম্ভ হৈ গুৱাহাটীৰ স্কুল, কলেজ, মুম্বাইৰ জে-জে কলেজ অব আৰ্কিটেক্সাৰ, দিল্লীৰ মালটিনেশ্যনেল কোম্পানী, গুৱাহাটীৰ সেই কোম্পানীৰে ব্ৰাঞ্চ, গুৱাহাটীত নতুনকৈ খোলা নিজৰ কোম্পানী —সকলোতে থুপ খুৱাই ৰাখিছে এগাল এগাল গুণমুগ্ধ !

- এৰা, চোৱাচোন কাণ্ড, এতিয়া মই কি কৰোঁ বাৰু ?

- একো কৰিব নালাগে, মোৰ লগত ব'লা।

- ভৰলুমুখলৈ ? গৈনো এতিয়া তাত কিটো পাম ?

- পাম, ডিটেইলছটো পাম, একজেক্টলি কেতিয়া গৈছে, যোৱাৰ সময়ত কিবা কৈ গৈছে নেকি সেইবোৰ কথাও জানি লোৱাতো দৰকাৰ। মুঠতে কি পাম কি নাপাম সেইবোৰ বাদ দি মনটোক ব্ৰেক কৰি লৈ গাড়ীত উঠা।

- ঠিক আছে, ব'লা, যাবই লাগিব যদি লৰালৰিকৈ যোৱাই ভাল ! .... বেগাই চলোৱা শৌভিক (বেগাই যাবলৈ পাই শৌভিকে বোধকৰো ভালেই পাইছে। সদ্যহতে মোৰ উপস্থিতিটো অগ্ৰাহ্য কৰি, অকাৰণতো হৰ্ন বজাই সি গাড়ী চলোৱাত মনোনিবেশ কৰিছে।)

- কি হ'ল শৌভিক, আৰ ইউ নাৰ্ভাছ ? মোৰ লগত কথা পাতিলে সমস্যাত পৰিবা

বুলি ভাবিছা নেকি?

-নাই, ধেৎ, কি যে কোৱা! এই ৰাস্তাটোৰ কাৰণেই, ....কেনেকুৱা ট্ৰেফিক নুইছেন্স দেখিছানে?

প্ৰসংগ সলাবলৈকে বোধহয় শৌভিকে ৰাস্তাৰ দুয়োকাষৰ হিবিজিবিবোৰলৈ মোৰ দৃষ্টি আকৰ্ষণ কৰিব খুজিছে।

(ডাঠ ক'লা ছানগ্লাছযোৰৰ তলেৰে বাৰে বাৰে বাগৰি অহা চকুপানীয়ে মোক দিগদাৰ দিয়েই আছে সঁচা, চকুপানী পাৰ হৈ, ছানগ্লাছ ভেদি অহা মোৰ দৃষ্টি ধুঁৱলী-কুঁৱলী হোৱাটোও সঁচা। কিন্তু তথাপি দৃষ্টিলৈ অহাবোৰে চেতনাত ক্ৰিয়া কৰিব নোৱাৰা অৱস্থা এটা মোৰ হোৱা নাই। মই লক্ষ্য কৰিলোঁ, একপ্ৰকাৰ আচৰিত হৈয়ে লক্ষ্য কৰিলোঁ — খন্তেক সময়ৰ ভিতৰতে মই চাৰিওফালৰ পাৰিপাৰ্শ্বিকতাৰ ওপৰত এটা দুটাকৈ মন্তব্য দিবলৈ আৰম্ভ কৰিছোঁ, শৌভিকৰ লগত আন্তৰিকতাৰে কথাত ভাগ ল'বলৈ আৰম্ভ কৰিছোঁ।)

- এইখিনিৰ ট্ৰেফিক আৰু হৈ-হাল্লাবোৰ দেখিলে কলিকতাৰ হাওৰালৈ মনত পৰে।

- ওঁ, চোৱাচোন, লক্ষ্য কৰাচোন সুনন্দা, চাৰিওফালে দেখি থকা এই গোটেইবোৰ, ধপধপাই ফুৰা এই গোটেইবোৰ, পুৱাৰ পৰা ৰাতিলৈকে চবেই কেৱল দৌৰিছে, দৌৰিয়েই আছে। ভালকৈ লক্ষ্য কৰিলে দেখিবা গোটেইমখাৰে উশাহ চুটি হৈ গৈছে, মুখমণ্ডলত দুচিন্তাৰ আঁকবোৰ স্পষ্ট হৈ পৰিছে, মুখ মেল খাই গৈছে, নহহাঁকৈয়ে দাঁত ওলাইছে। এফালে বাহিৰৰ হুলস্থূল আৰু গৰম, আনফালে ভিতৰৰ দুশ্চিন্তা—দুয়োটাই মিলি চবকে আছাৰি আছে। কিন্তু তাৰ মাজতে সৌটো চোৱা - হনুমান মন্দিৰ, পূজাৰী নে ভক্ত সৌজন চোৱা, কেনে নিৰুদ্বেগ নিৰ্লিপ্ত হৈ খালি গাৰে বিৰাট পেটটোৰ ওজন চম্ভালি লৈ মন্দিৰৰ বাহিৰৰ পকাৰে ঘেৰি থোৱা সৌ তুলসীজোপাত চোৱা, কি প্ৰশান্ত চিত্তে ঘটিৰ পৰা পানী ঢালিছে!

- ওঁ, মুখেৰে বিৰবিৰকৈ কিবা গাইছেও!

- দেখদেখকৈ হিন্দীভাষী, বোধহয় হিন্দীতে ডাঙৰ ডাঙৰ আখৰেৰে লিখি থোৱা কোনোবা চৰিত পুথিৰ সঘনে গোৱাফাঁকিকে পুনৰবাৰ গাইছে।

- ওঁ, চাগে হনুমানচৰিত বা ৰামচৰিত!

-নাইবা তুলসীচৰিত!

- ধেৎ, তুলসীচৰিত নাই, মানুহৰূপী ভগৱানবোৰৰ হে চৰিত থাকে, গছৰূপীবোৰৰ নাথাকে।

(কথাবাৰ মোৰ মুখৰ পৰা ওলোৱাৰ লগে লগেই মোৰ মুখত সামান্য হাঁহিৰ ৰেশ এটা শৌভিকে অনুমান কৰিব পাৰিলে হ'বলা, একমুহূৰ্ত দুয়ো দুয়োলৈকে চাই ৰোৱাৰ লগে লগে দুয়োৰে যেন কৰ্ণগোচৰ হ'ল এক অব্যক্ত কথোপকথন — বেচতো! হাঁহিওতো

পাৰিছোঁ! এতিয়াও হাঁহিটো বন্ধ হৈ যোৱা নাই আমাৰ! ... আহ — কি আচৰিত এই জীৱন, কি আচৰিত এই মানুহ জাতি! ....)

- চোৱাচোন, চাওঁতে চাওঁতেই কেনেকৈ ট্ৰেফিক জামডাল আৰম্ভ হৈ গ'ল! ... কিমান দেৰি ৰ'ব লাগে বা এতিয়া?

(শৌভিকৰ কথাষাৰৰ লগে লগে গাড়ীৰ গতি কমি আহি বৈ যোৱাত মনটোক থপিয়াই সজাত ভৰাই চাৰিওফাললৈ পুনৰবাৰ চকু দিছোঁ। আগত এখন মাৰুতি ভান, তাৰ আগত এখন ট্ৰাক, তাৰো আগলৈ কেইবাখনো সৰু-ডাঙৰ গাড়ীৰ শাৰী। আমাৰ গাড়ীখনৰ ঠিক গাতে লাগি সোঁফালে দীঘল পাইপ কিছুমান এখন ঠেলাত লৈ অসহায় ভংগীমাৰে এটা ঠেলাবালা। বাওঁফালে খোঁচা খোঁচা আধাপকা দাড়িৰে স্কুটাৰ লৈ থকা ঈষৎ লেতেৰা সাজপাৰৰ বিক্ত-বিৰক্ত চেহেৰাই ট্ৰেফিক জামটোৰ কাৰণে অদৃশ্য কাৰোবাৰ ওপৰত খং উঠিহে যেন ভোঁ ভোঁকৈ হাতত থকা স্কুটাৰৰ এক্সেলেটৰ পকাই দি ধোঁৱা এসোপা উৰুৱাই দিছে। পৰিৱেশটো আৰু বিতৃষ্ণা লগা হৈ পৰা দেখি শৌভিকে গাড়ীখন ষ্টাৰ্ট দি এ,চি, টো চলাই দিছে ...)

- গ্লাছখন উঠাই দিয়া, এ,চি, টোৱেই চলি থাকক। কষ্ট বেছি খালে বিৰক্তিৰ মাত্ৰা বেছি হয়। ....এনেয়েই আটিছে আমাৰ!

(মোৰ আটিছে নে নাই চাবলৈকে হ'বলা সি সেইষাৰ কথা কৈ তড়িৎগতিত এবাৰ মোৰ মুখলৈ চাই লৈছে। চায়ো একো ধৰিব পৰা নাই চাঁগে, অদৰকাৰী কথা কোৱাত লাগিছে....)

- ছেঃ, দেখিছানে কিখনত আহি পৰিলোঁ? মই আকৌ ভাবিলোঁ দিছ পুৰৰ ফালৰ পৰা গৈছোঁ যেতিয়া উলুবাৰী হৈ ওলাই নদীৰ পাৰেদি এম,জি, ৰোড হৈ গ'লে দূৰ হ'ব, পল্টন বজাৰেদি ভিৰ পাম, সেয়ে এইফালেদি ছৰ্টকাট মাৰি উলুবাৰীৰ মাজাৰ হৈ ফটাশিল হৈ ভৰলু ওলাম!

- কি কৰিবা, প্লেন কৰামতে চব হোৱা হ'লেতো ভালেই আছিল। মোৰোতো প্লেন আছিল চাৰিমাহ পিছত বুবলাই মেট্ৰিক পাছ কৰিব, তাৰ পাছত দিল্লীতে এডমিশ্যন দি ময়ো দিল্লীতে থাকি যাম। বুবলাৰ বাহিৰেনো আমাৰ আছে কোন? সৰু-সুৰাকৈ দিল্লীতে প্ৰেকটিছ কৰিম, ইয়াৰ নিচিনাকৈ ব্যস্ত হ'বলৈ নাযাওঁ। নীলমকো লাহে লাহে বিজিনেছটো পাৰিলে দিল্লীলৈ ছিফট কৰিবলৈকে ক'ম, অন্ততঃ বুবলাই কিবা এটা পাছ কৰি নোলোৱালৈকে। অথচ চোৱাচোন কিখন কাণ্ড! ...

(সজল নয়নৰ দৃষ্টিত পুনৰবাৰ মোৰ বাবে গোটেইখন ধুঁৱলী-কুঁৱলী হোৱা বুলি শৌভিকেও ধৰিব পাৰিছে বোধহয়, তাৰ মাতলৈও সামান্য জড়তা আহি পৰিছে।)

- এটা কথা মনত ৰাখিবা সুনন্দা, আশা নকৰা সময়ত আশা নকৰা কথাবোৰেই

আচলতে পৃথিৱীৰ অঘোষিত নিয়ম, আনডিক্লেয়াৰ্ড কনচ...। একেবাৰে লোকেলাইজড কৰি চোৱাচোন, এতিয়া ইয়াতেই — এই গোটেই ৰাস্তাটোৰ এইখিনিয়েই আটাইতকৈ আহল-বহল, জামটো অন্ততঃ এইখিনিত হ'ব বুলি কেতিয়াও আশা কৰা নাযায়।

- ফুটাববালা আগবাঢ়ি গৈছে। গ্লাছখন খুলি দিওঁ, এ,চি, টো বন্ধ কৰা। কিমান তেল পুৰিবা?

- ঠিকেই, এনেয়ো পেট্ৰ'ল পুৰি গাড়ী চলোৱাটোৱেই একেধৰণৰ লাক্জাৰী হৈ পৰিছে আজিকালি।

- আচ্ছা, মাজতে যে শুনিছিলোঁ চিটিবিলাকত সপ্তাহত এদিন সকলো প্ৰাইভেট সৰু গাড়ী বন্ধ ৰখাৰ নিয়ম কৰিব?

- থৈ দিয়া, নিয়ম, আৰু এইখন দেশত? বুইছা, ইয়াত হাজাৰটা অনিয়ম কাভাৰ কৰিবলৈহে হাজাৰটা নিয়মৰ কাৰচাজি, ...সৌটো ডাববালা, ডাব খাবা?

- নালাগে, তাতকৈ ক'ল্ডড্ৰিংক দুটাকে লৈ আনা।

- ক'ল্ডড্ৰিংক? ৰামদেৱ স্বামীয়ে কোৱা শুনা নাই — ঠাণ্ডা মতলব টয়লেট ক্লীনাৰ?

- ওঁ, টি-ভিত দেখিছোঁ, হ'লেও এতিয়া ডাব খাবৰ মন যোৱা নাই।

- ৰাইট, এইকণ সময়ত অন্ততঃ স্বাস্থ্য সচেতন নহ'লেও চলিব, মই আনি আছোঁ ৰ'বা।

..... লোৱা, পিছে এইডাল খাই দিয়াৰ পিছত গৰম বেছিহে লাগে দেখোন।

- এৰা, খন্তেক সময়ৰ বাবে যন্ত্ৰণাৰ পাহৰণি মাথোঁ— নহয়? তাৰ পিছতেই পুনৰ দুগুণ যন্ত্ৰণা!

(এইবাৰ দৃষ্টি ধুঁৱলী-কুঁৱলী হোৱা নাই, কিন্তু ক'ৰপৰা জানো হঠাতে ভৱিষ্যতৰ বাবে ভয় আৰু দুশ্চিন্তা কিছুমান আহি মূৰটোত সোমাব খুজিছে, সোমাবলৈতো দিব নোৱাৰি, সেয়ে সেইবোৰ আঁতৰাবলৈকে শৌভিকৰ সহায় লব খুজিছোঁ। ইচ্ছাকৃতভাৱেই কথাবাৰ কৈছোঁ, আৰু চাব খুজিছোঁ শৌভিকে তাৰ স্বভাৱজাত কৌশলেৰে কিদৰে প্ৰসংগটো তৎক্ষণাৎ বেলেগফালে টানি লৈ যায়।

আচলতে নীলম আৰু মোক শৌভিকৰ দৰে হাড়ে-হিমজুৱে চিনি পোৱা আন কোনো নাই। নীলমৰ সম্পৰ্কীয় ককায়েক সি। এৰছৰে ডাঙৰ, কিন্তু প্ৰাইমাৰী স্কুলৰ পৰাই নীলমৰ লগত যি বন্ধুত্ব, সেয়া আজিলৈকে এধানিও নুটুটিল। কলেজৰ অধ্যাপক, অথচ কোনোধৰণৰ অধ্যাপকসুলভ গাম্ভীৰ্য চকুতেই নপৰে। নিজৰ পত্নী-পৰিয়ালৰ প্ৰতি সম্পূৰ্ণ দায়বদ্ধ, অথচ তাৰ মাজতো মোৰ সংসাৰত কিবা এটা সাধাৰণ সমস্যাই খিটিং কৰিলেই সমুখত হাজিৰ হোৱাত সিয়েই প্ৰথম। কোনোধৰণৰ উচ্চ-বাচ্য নাই, বন্ধুত্বৰ দাবীও একো নাই, কেৱল সদাপ্ৰস্তুত কৰি ৰাখিছে আমাৰ প্ৰতি তাৰ অকুণ্ঠ সহায়ৰ হাত।

আমাৰ হয়তো কেইবাটাও জনমৰ পুণ্যৰ ফচল শৌভিকৰ বন্ধুত্ব।)

- মানে, ধৰা, বৰষুণৰ পিছৰ ৰ'দ। খুব তীব্ৰ হয়, নহয় ? ... আচ্ছা এইবাৰ বৰষুণ বৰ কম দেখিছানে ?

- ক'তনো কম ? যোৱা সপ্তাহটো দেখোন কিনকিনকৈ মাৰিয়েই আছিল। বুবলাৰতো কেইবাদিনো বৰষুণত ভিজি ভিজি পানী লগা জ্বৰ, কাহ — অন্তই নাই।

সিদিনা বুইছা, এই মাথোঁ দুমাহ আগত, বুবলাৰ লগত মোৰ কথা কটা-কটি। বৰষুণত কিয় তিতিছা বুলি ক'লে কয় — ভাল লাগে। হাৰে চোবাচোন, কথা হ'ল নেকি ? বেমাৰ হ'লে ? তোমাৰ ছোৱালী পিংকীয়ে তেনেকুৱা নকৰে চাগৈ নহয় ?

- নকৰে, মানে মই বেছি ইগুালজেখো নিদিওঁ নহয়।

- ওঁ, আচলতে সেইটোৱেই কথা। নীলম নিজেও যেনেকুৱা, পুতেককো সেই ঠাঁচতে উঠাতো বিচাৰে। মোক কেৱল ভাষণ দিয়ে, 'সৰু সৰু কথাত অধৈৰ্য নহ'বাচোন, তাৰ ল'ৰালি কালছোৱাৰ পৰা ল'ৰালিটো যদি আঁতৰাই আনা, তেনে থাকিব কিটো ?' — চোবাচোন, মই কি মাতিম এতিয়া ?

(কথাখিনি কৈ থাকোঁতেই মোৰ লাহে লাহে এনে লাগি আহিছে যেন নীলমে মোৰ আৰু শৌভিকৰ মাজতে অদৃশ্য হৈ বহি একান্তমনে শুনি আছে। মই অলপ সচেতন হোৱাৰ দৰে হৈ পৰিছোঁ। শৌভিক মৌন হৈ আছে, কিন্তু নীলমৰ মাতটো মই স্পষ্ট শুনা পাইছোঁ। সি সেয়া কৈছে, 'মিছাতো নহয়, সৰু কালছোৱাত বৰষুণত খেলি কোনে বেয়া পায় ? তুমি পাইছিলা ?' — 'নাই পোৱা নীলম, সঁচা কথা, কিন্তু আমাৰ দিনৰ কথা আৰু এতিয়াৰ দিনৰ....' — 'নাই, একো পাৰ্থক্য নাই, তুমি ক'বা আজিকালি বেমাৰ-আজাৰৰ প্ৰকোপ বেছি, কিন্তু বেমাৰ-আজাৰ যেনেকৈ বেছি হৈছে, নতুন নতুন উন্নত চিকিৎসাও সেইদৰে ওলাই আছে। কেৱল মন, বুইছা, বেছিভাগ বেমাৰতে বেমাৰে মনৰ দুৱাৰডলি পাৰ হৈহে তোমাৰ দেহক আক্ৰমণ কৰিব পাৰে, মনৰ দুৱাৰ নিশকতীয়া হ'লেতো বেমাৰ সোমাবই। মনৰ দুৱাৰ-ডলিতে বেমাৰক ভেটিবা, কোনো সমস্যাই নাই।'

শৌভিকে দীৰ্ঘনিশ্বাস এটাৰে যেন বুজাই দিব খুজিছে — ভাষণ বেছি হৈছে। নীলমো নাচোৰবান্দা - 'ব'ৰ নকৰোঁ ৰ, শুন, সৰুতে জাঁজীৰ ঘৰত ৰাতি সাৰপাই টিঙৰ চালত হোৱা বৰষুণৰ শব্দ শুনি বলিয়া হোৱাদি হওঁ। ৰাতি মায়ে হঠাৎ মোৰ হেঁচোকনিত সাৰ পাই সোধে, 'কি হ'ল ? এই মাজনিশাখন বিছনাত বহি আছ যে ?', মই মনে মনে কওঁ, 'মা দুৱাৰখন খোলচোন, বাৰাণ্ডালৈ গৈ অলপ বৰষুণ চাওঁ।' মায়ে প্ৰথমে সৰুকৈ ভেকাহি মৰাৰ দৰে কয়, 'শুই থাক বুলিছোঁ নহয় !', অলপ পিছতেই উপায় নাপাই কয়— 'হে' প্ৰভু, ৰহ, চকুপানী উলিয়াব নালাগে .... এখন্তেক চায়েই আকৌ ভিতৰলৈ আহিব লাগিব কিন্তু' ... বুইছ, তেনেকৈ ডাঙৰ হৈছোঁ মই। এওঁ, সুনন্দায়োতো জানে, বিয়াৰ পিছতো কিমান

ঠাইত, কিমান দিন এওঁক লৈ ফুৰাৰ নামত, কামৰ নামত বৰষুণ, আনকি তুষাৰপাত পৰ্যন্ত মূৰত লৈ প্ৰাণভৰি উপভোগ কৰিছোঁ, নাই কৰা? কোৱা....' শৌভিকৰ আমোদ পোৱা চাৱনিটোৱে যেন কৈছে, জানো ভাই, জানো তোক, সকলোতে আগৰপুৱা হৈও সামান্য কথাতে চকুপানী, ভাল লগাটো সম্পূৰ্ণৰূপে উপভোগ কৰিবলৈ লাগে, নাপালেই খং, অভিমান, চকুপানী, মুখ ওন্দোলাই আঁতৰি যোৱা, তেনেকৈয়েতো থাকি গ'লি -- আজিলৈকে...)

- সাঃ সাঃ — বুইছা শৌভিক, নীলম — তাৰ অন্য নাম, কোমল মনৰ অহৌবলিয়া, মই বুইছা, কেতিয়াবা জোকাবৰ কাৰণে নীলমক ওচৰত ৰাখি বুৰলাক সাঁথৰ সোধোঁ — 'শক্তিমান কান্দুৱা?', বুবলাই ইংগিতেৰে বাপেকলৈ দেখুৱাই দিয়াৰ লগে লগে নীলমে মোক মাৰিবলৈ খেদি ফুৰে, সাঃ সাঃ .....

(শৌভিকে ম্লান মিচিকনি এটাৰে মুখ ঘূৰাই বাহিৰলৈ চাইছে। মোলৈ সি ঘূৰি চাব পৰা নাই। সি প্ৰায় সঠিক অনুমান কৰি পেলাইছে — হাঁহিৰ পিছতেই মোৰ মুখলৈ ইতিমধ্যে স্মৃতিয়ে নমাই আনিছে বিষণ্ণতাৰ আন্ধাৰ। ... কিন্তু নাই, মুখখন পোহৰ কৰি ৰাখিবই লাগিব, শৌভিকে মোলৈ চাব নোৱাৰা অৱস্থা এটা হ'বলৈ দিব নোৱাৰি... কিন্তু বুকুখন ইমান গধুৰ লাগিছে, দাঙিব নোৱাৰা শিল এটা বুকুত বান্ধি থোৱাৰ দৰে লাগিছে, শৌভিকক সহায় কৰিবলৈ মুখলৈ পোহৰনো আনো কেনেকৈ?

শৌভিকক উদ্ধাৰ কৰিবলৈকে চাগে আগৰ গাড়ীবোৰ লাহে লাহে সৌৱা লৰচৰ কৰিছে। আমাৰখনো অকণ অকণকৈ আকৌ আগবাঢ়িছে। শৌভিক সহজ হৈছে, মোৰো কিছু পাতল লাগিছে।)

- জানা সুনন্দা, ট্ৰেফিক জামত বিৰক্ত নোহোৱাকৈ থাকিব জনাটো এটা আৰ্ট হেনো। কলিকতাত হেনো আগতে ট্ৰেফিক জামত পৰিবলৈ পাতল ধৰণৰ আলোচনী-পত্ৰিকা মানুহে গাড়ীত লৈয়ে ফুৰিছিল। আজিকালিহে জাম কমি গ'ল তাত। গুৱাহাটীতো পিছে ৰাস্তাবোৰ বহলোৱাৰ পাছত জাম কমিছে দেই। এনেকুৱা দুই এটা ৰাস্তাৰ বাহিৰে আন ৰাস্তাত জাম বেছি নাই আজিকালি। গুৱাহাটীখন সুন্দৰ কৰিব পৰাৰ যে এতিয়াও ইমান স্ক'প আছে।

- ওঁ, কিমান কি কৰিব পাৰি। শুক্ৰেশ্বৰৰ পৰা ভৰলুলৈকে সেইডোখৰ চালে চকুৰোৱা কৰিব পাৰি, ব্ৰহ্মপুত্ৰৰ দুয়োপাৰ মিলাই ৰ'পৱে', পাৰ্ক, ফুটব্ৰীজ, হেঙিং গাৰ্ডেন, ৱাটাৰ স্পৰ্টছ, কিমান আছে কৰিব পৰা।

(মই কথাত ভাগ লোৱা দেখি শৌভিকে ভাল পাইছে, শৌভিকে ভাল পোৱা দেখি মোৰো আগতকৈ কিছু সহজ লাগিছে।)

- উস, এটি লাষ্ট সুনন্দা, কোনোমতে জামটো খোল খাইছে দিয়া...যাহওক, বাচিছোঁ।

- এৰাহে, উস, এতিয়াহে অলপ শান্তি পাইছোঁ।

(কেয়েই কোঁচ খাই উঠিছোঁ — শান্তি? কিহৰ শান্তি? স্থান-কাল ভেদে শব্দৰ অৰ্থ যে কিদৰে সলনি হৈ যায়। শৌভিকে নষ্ট হোৱা সময়খিনি মেকআপ কৰিবলৈকে বোধহয় জোৰে চলাইছে। দৰকাৰ নাই, কিহৰ লৰালৰি ?...)

- লাহে লাহে চলোৱা শৌভিক, আমাৰ কোনো লৰালৰি নাই।

- নিশ্চয়।

(কেয়েই শৌভিকে এবাৰ মোলৈ চোৱাত বুজি পালোঁ তাৰ মৌন কৈফিয়ৎ — কথাষাৰ তুমি মাত্ৰ কিছুসময়ৰ আগতেহে ওলোটাকৈ কৈছিলা।

কিন্তু শৌভিকক কোৱাৰ আৰু দৰকাৰ নাই। তাৰ মুখ দেখিয়েই বুজি পাইছোঁ যে সি বুজি পাইছে। ট্ৰেফিক জামটোৱে গম নোপোৱাকৈয়ে কিছু সকাহ দিছিল — তাকো, মোকো। জামটো শেষ হওক বুলি আমি অন্তৰেৰে কামনা কৰিছিলোঁ, কিন্তু অন্তৰৰো অন্তৰৰপৰা তাৰ লগতে এটা ক্ষীণ বাৰ্তাও আহি আছিল — নালাগে, তৎক্ষণাৎ শেষ নহ'লেও কোনো কথা নাই ....। কিন্তু এতিয়াতো আৰু উপায় নাই, শেষ ৰোধকৰ সীমাও পাৰ হোৱা গ'ল...)

- সোঁৱা পাই গ'লোঁ।

(গাড়ীৰ চকা নিৰন্তৰ ঘূৰি থাকিলে অবাঞ্ছিত হ'লেও গন্তব্য স্থান পাবই। সেই কথাকে হজম কৰিব লগা হোৱা বাবেই চাগে কথাষাৰ শৌভিকৰ মুখৰ পৰা ক্ষীণ হুমুনিয়াহ এটাৰ লগত মিহলি হৈ ওলাইছে।

মোৰ ইমান অৱশ লাগিছে কিয় বাৰু? সমস্ত ক্ষোভ, বেদনা, দুশ্চিন্তা, অস্থিৰতাই এতিয়া একেলগে উক দি উঠিছে নেকি? এই প্ৰত্যেকটোৱেই এতিয়া মোক প্ৰহাৰ কৰিবলৈ আৰম্ভ কৰিছে নেকি? মোৰ প্ৰতিটো অংগ-প্ৰত্যংগ অসাৰ যেন লাগিছে কিয়? গাড়ীৰ পৰা নামিবৰ শক্তি নোহোৱা হৈ যোৱা যেন লাগিছে কিয়?)

- শৌভিক, অকণমান দেৰি গাড়ীৰ পৰা ননমাকৈ থাকোঁনে? মোৰ খুব ভাগৰ লাগিছে। আজি দুমাহে এই প্ৰাইভেট হাস্পতালত নীলমৰ লগত দিন-ৰাতি একাকাৰ কৰি দিওঁতেও মোৰ ভাগৰ লগা নাছিল জানা? এটা সাধাৰণ বেমাৰেই যেতিয়া — অতি কম দিনতে — অসাধাৰণ হৈ পৰে, দুমাহ, মাত্ৰ দুমাহতে যেতিয়া — তজবজীয়া মানুহ এটাৰ — ৰস শুহি নিয়তিয়ে — জড় পদাৰ্থ কৰি পেলায় — তেতিয়া সকলো পত্নীৰে চাগে — এনেকুৱাই লাগে, নহয়?

- ওঁ হয়, ..... এতিয়া সুনন্দা, আহা — আই নউ ইউ আৰ আ ব্ৰে'ভ গাৰ্ল, আহা, মোৰ হাতত ধৰা, গাড়ীৰ পৰা নামা, লেট্‌ছ ফে'চ ইট, তুমিতো ডাক্তৰ, জানাই সকলোবোৰ কথা, নীলম নোহোৱা হৈ গৈছে, নোহোৱা হৈ যোৱা নীলমৰ কাষতে স্তব্ধ হৈ বুৰলা বৈ

আছে বুলিও গম পাইছা, তাৰ কথাও ভাবা ... আহা। হস্পিতালৰ যৰমেলিটিখিনিও শেষ কৰিব লাগিব, বডীটো বেছি দেৰি ইয়াত ৰখাই থ'ব নোৱাৰি নহয়।...

- ঠিক আছে ব'লা, লেট্ছ ষ্টাৰ্ট দি গ্ৰেণ্ড ফিনালে।

(শৌভিকে আগবঢ়াই দিয়া হাতখন ধৰোঁতে গম পালোঁ হাতখন অতি সামান্যভাৱে কঁপি আছে, হাতখনৰ উত্তাপটো কিন্তু অটুট আছে।) ❑❑

['সাতসৰী' আলোচনীৰ ১-১৫ এপ্ৰিল, ২০০৬ সংখ্যাত প্ৰকাশিত]